# নামঘোষা।

একাধিক সহস্র পদ।

৺মাধৱদেৱ-প্ৰণীত।

( অধুনা কামরূপ গুবাহাটী হইতে )

শ্ৰীযুক্ত কালীৰাম শৰ্ম্মা বৰুয়া-কৰ্ত্তৃক

চতুৰ্থবাৰ প্ৰকাশিত।

কলিকাতা,

ৰাগবাজাৰ, ৰাজাৰাজবল্লভ ষ্ট্ৰীট ৮৪ নং, নব সাৰস্বত যন্ত্ৰে

শ্ৰীযুক্ত মদনমোহন ভট্টাচাৰ্য্য কৰ্ত্তৃক মুদ্ৰিত।

সন ১২৯৬ সাল।

শ্রীশ্রীহৰিঃ।          ২৪৮৫

শৰণং

# নামঘোষা।

ছবি। ভজন। মুক্তিত নিস্পৃহা যিতো, সেহি ভকতক নমো, ৰসময়ী মাগোঁহোঁ ভকতি। সমস্ত মস্তকমণি, নিজ ভকতৰ বশ্য, ভজোঁ হেন দেৱ যদুপতি॥ ১॥ যাৰ ৰাম্ন কৃষ্ণনাম, নাৱে ভৱসিন্ধু তৰি, পাঁৰে পৰম্পৰ পাপী যত। সদানন্দ সনাতন, হেনয় কৃষ্ণক সদা, উপাসা কৰোঁহোঁ হৰ্ষযুত॥ ২॥ নমস্কাৰ॥ মৎস্য কূৰ্ম্ম নৰসিংহ, বামন পৰশুৰাম, হলীৰাম বৰাহ শ্ৰীৰাম। বুদ্ধ কল্কি নামে দশ, আকৃতি ধৰিছা কৃষ্ণ, তযুপাৰে কৰোঁহোঁ প্ৰণাম॥ ৩॥ একান্ত ভকত সবে, নিগুৰ্ণ কৃষ্ণৰ গুণ, গাৱে সদা বসিয়া যথাত। বৈকুণ্ঠকো পৰিহৰি, যোশিৰো হৃদয় এড়ি, থাকা-হৰি সাক্ষাতে তথাত॥ ৪॥ অব্যক্ত ঈশ্বৰ হৰি, কিমতে পূজিবা তাক, ব্যাপকত কিবা বিসৰ্জ্জন। এতাৱন্ত মূৰ্ত্তিশূন্য, কেনমতে চিন্তিবাহা, ৰাম বুলি শুদ্ধ কৰা মন॥ ৫॥ কৰ্ম্মত বিশ্বাস যাৰ, হিয়াত থাকন্ত হৰি, অতিশয় দূৰ হোন্ত, তাৰ। দূৰতো বিদূৰ হোন্ত তাৰ, অহঙ্কাৰ থাকন্তেৰো, সাক্ষাতে কৃষ্ণক পাৱে, শ্ৰবণ কীৰ্ত্তন ধৰ্ম্ম যাৰ॥ ৬॥ যিতো জনে শুদ্ধভাৱে, হৰিত শৰণ লৈযা, হৰিক সুহৃদ বুলি আছে। হৰিৰ প্ৰসাদে সিতো, বিঘ্নিৰ মুণ্ডত ভৰি, দিয়া হৰিগুণ

•গাইয়া নাচে ॥ ৭ ॥ সকল নিগম লতা, তাৰ অবিনাশী ফল, কৃষ্ণনাম চৈতন্য স্বৰূপ। সুমধুৰ সুমঙ্গল, শ্ৰদ্ধায়ে হেলায়ে লৈয়া, নৰমাত্ৰ তৰে ভৱকূপ॥ ৮॥ যিজোজনে কৃষ্ণকথা, বিচাৰ সময়ে মনে, ধৈৰ্য্য ধৰি ক্ষণেক থাকয়। যত তীৰ্থ স্নান দান, দেৱ পিতৃ যজ্ঞ যাগ, যোগাদিৰো ফলক পাৱয় ॥ ৯ ॥ যাৰ পুত্ৰ সবে ঐত, হৰিত শৰণ লৈয়া, হৰিগুণ গাৱে শুদ্ধ-ভাৱে। দধি দুগ্ধ ঘৃত মধু, নদীৰ জলক পীয়া, পিতৃগণে তৃপিতিক পাৱে ॥ ১০ ॥ সেহি সে সকল শাস্ত্ৰ, পঢ়িলে শুনিলে সিসি, অনুষ্ঠান সকলে কৰিল। নিৰাশা ঈশ্বৰ কৃষ্ণ, তাহাঙ্ক সমুখ ভৈল, আশাক যিজনে িঠি দিল ॥ ১১ ॥ অপবিত্ৰ যিতো অতি, পবিত্ৰ হোৱেবা যদি, সমস্ত অবস্থা আছে পায়া। কমললোচন যিতো, সুমৰে তাৰেসে শুদ্ধ, বাহিৰে ভিতৰে হোৱে কায়া ॥ ১২ ॥ সেহিসে চতুৰ সিতো, পুণ্যৰ নিদান ভূত, নাৰায়ণ নামক সুমৰে। অচতুৰ সিসি অতি, পাপৰ নিদান ভূত, নামে অৰ্থবাদ যিতো কৰে ॥ ১৩ ॥ মহেশে বোলন্ত মোৰ, ৰকাৰাদি নাম শুনি, পৰম প্ৰসন্ন হোৱে মন। শুনিয়ো পাৰ্ব্বতী মই, মনত শঙ্কৰো ৰঙ্গে, ৰাম বুলিবেক ইতোজন॥ ১৪॥ কৰ্ণপথে ভকতৰ, হিয়াত প্ৰবেশি হৰি, দুৰ্ব্বাসনা হৰা সমস্তয়। জলৰ যতেক মল, যেহেন শৰতকালে স্বভাৱত নিৰ্ম্মল কৰয় ॥ ১৫ ॥ হুযাদেৱ দিগম্বৰ, ভস্মে বিভূষিত অঙ্গ, শিৰত ধৰিয়া জটাভাৰ। মহেশো সেৱন্ত যাক, হেন হৰি বিনে আন, কোন শ্ৰেষ্ঠ দেৱ আছে আৰ ॥ ১৬ ॥ ব্ৰহ্মা

আদি দেৱগণে, নিশ্চল সম্পত্তি মনে, লক্ষ্মীক সেৱন্ত তপকৰি। লক্ষ্মীয়ো সেৱন্ত যাক, হেন মহেশ্বৰ বিষ্ণু, আন কোন দেৱ তাঙ্ক সৰি।। ১৭।। সমস্ত বেদান্তসাৰ, শ্ৰীভাগবত শাস্ত্ৰ, ইহাৰ অমৃত ৰস পাই। পৰম সন্তোষে পান, কৰিলে যিজনে তাৰ, অন্যত্ৰ ৰসত ৰতি নাই।।১৮।। মহা ভাগৱত ৰস, মাধৱৰ নাম যশ, আক পান কৰিল যি জনে। কৃষ্ণৰ চৰণে চিত্ত, দিয়া মোক্ষ আদিৰসে, ৰতি আন নকৰয় মনে।।১৯।। কৃষ্ণৰ নামক সদা, কীৰ্ত্তন কৰয় যিতো,মনে দৃঢ় কৰিয়া নিশ্চয়। নিষ্কাম হোকবা যদি, সকাম হোৱয় তাক, কদাচিতো কলি নবাঁধয়।। ২০।। চণ্ডাল পৰ্য্যন্ত হৰি, জগতৰ উপকাৰী• নাহি নাম গুণ বিনে আন। সেহি সে কাৰণে হৰি, নিজ যশ প্ৰিয়ভৈল, ভগৱন্ত ভকতৰ প্ৰাণ।।২১।। যি হেতু চৈতন্য পূৰ্ণ, পৰমাত্মা ৰূপে হৰি, হৃদয়ত আচন্ত প্ৰকাশি। তাতে সে ইন্দ্ৰিয়গণ, ভূত প্ৰাণ বুদ্ধিমন, প্ৰবৰ্ত্তে যতেক জড়ৰাশি।। ২২।। ৰামকৃষ্ণ হৰি নাম, সৰ্ব্ব ধৰ্ম্ম অনুপাম, সকল নিগমে তত্ত্ব সাৰ। যাত পৰে ধৰ্ম্ম নাহি আৰ, হেন নাম সুস্মৰি, কমন ভৰসা কৰি, বৈয়া আছা ভৱতৰিষাৰ।। ২৩ বিষ্ণু পাদোদকী গঙ্গা, মহেশে সহিতে ইতো, জগতাক পবিত্ৰ কৰয়। হেন কৃষ্ণ বিনে কোন, ভগৱন্ত হেন ইতো, শবদৰ স্বৰূপ আচয়।। ২৪।। পুণঃ অৰণ্যৰ মাঝে, মাধৱৰ নাম সিংহ, প্ৰকাশ কৰয় অতি বড়ে। যাৰ ধ্বনি শুনি ভয়ে, মহাপাপ হস্তিচয়, পলাই অতিত্ৰাসত লবড়ে।। ২৫।। আপুনি আপুন বন্ধু, আপুনি

আপুন শত্রু, আপুনি আপুন ৰাখে মাৰে। হৰিক ন ভজি নৰ, আপুনি হোৱয় নষ্ট, হৰি ভজি আপুনক তাৰে ॥ ২৬ ॥ দুর্ল্লভ মনুষ্য জন্ম, লভিয়া পশুৰ যোগ্য, বিষয়ৰ আশা পৰিহৰা। সন্তৰ সঙ্গত বসি, সুখে হৰিগুণ গাযা, সন্তোষ অমৃত পান কৰা ॥ ২৭ ॥ বিষয় সম্বন্ধসুখ, সমস্ত যোনিত পাই, হৰি সেৱা একো স্থানে নাই। হৰিৰ সেবাৰ যোগ্য, কেবল মনুষ্য তনু, জানি ফুৰা হৰি গুণ গাই ॥২৮॥ হৰি নাম কীর্ত্তনত, নাহি কালদেশ পাত্র, নিয়ম সংযম একো বিধিশ চৰিত শৰণ লৈয়া, কেবল হৰিৰ নাম, কীর্ত্তন কৰান্ত হোৱে সিদ্ধি ॥ ২৯ ॥ মৃত্যুৰ মুখত পৰি, আছে যিতো সিতো নৰে, হৰিগুণ কীর্ত্তন ন কৰে। মৃত্যু তৰিবাৰ জানা, নাহিকে উপায আন, হৰিনাম কীর্ত্তনত পৰে ॥ ৩০ ॥ মৃত্যু তৰিবাৰ আন, আচয় উপায যত, বিঘিনি দূষিত নিৰন্তৰে। বিঘিনি ৰহিত যত, সাধনৰ গুণ কর্ম্ম, কীর্ত্তন কৰিল্লা সুখে তৰে ॥ ৩১ ॥ লুব্ধমতি মনুষ্যৰ, হৰিকীর্ত্তনত পৰে, নাহিকে বস্তু বিত্ত আৰ। আন আশা পৰিহৰি, মাধৱক মনে ধৰি, হৰিৰ কীর্ত্তন কৰা সাৰ ॥৩২ ॥ শুনা পৰমার্থ তত্ত্ব, শ্রীমন্ত শঙ্কৰ মত, ধৰি-যোক সজ্জন সকল। হৰিৰ কীর্ত্তন কৰি, সুখে সংসাৰক তৰি, পাইবা ভক্তি পৰম নির্ম্মল ॥ ৩৩ ॥ শুনা সভাসদ চয, নেড়িখা শাস্ত্ৰৰ লয়, হৰিগুণ ভাগৱত সাৰ। সাধুসঙ্গ অনুসৰা, শ্রৱণ কীর্ত্তন কৰা, পৰিহৰা পাষণ্ড আচাৰ ॥ ৩৪ ॥ দৈৱা গ্যত পৰে ভাগ্য, নাহি প্ৰবোধত পৰে, সুখ যাৰ নাহি

পুরুষৰ। হৰি বিনে পবিত্ৰাণ, কৰ্ত্তা আৰ নাহি জানা, বিপু নাহি সংসাৰত পৰ॥ ৩৫॥ লক্ষ্মীপতি ভগৱন্ত, যাহাৰ প্ৰসন্ন ভৈল, তাহাৰ দুৰ্লভ কিছু নাই। নাৰায়ণ পৰ ভৈলে, তথাপি কিঞ্চিতো আন, নবাঞ্চয় সেৱা সুখ পাই॥ ৩৬॥ কৃষ্ণৰ হৃদয় চাৰু, লক্ষ্মীৰ নিবাস স্থান, মুখ নয়নৰ পানপাত্ৰ। দিগপাল সমস্তৰ, আশ্ৰয় কৃষ্ণৰ বাহু, ভকতৰ পাদপদ্ম মাত্ৰ॥ ৩৭॥ পৰম ঈশ্বৰ দেৱ, কৃষ্ণক নপাই লাগ, তপ জপ যাগ যোগ দানে। একান্ত ভক্তৰ পদ, ৰেণু শুদ্ধচিত্তে মাথে, অভিষেক নকৰয় মানে॥ ৩৮॥ গ্ৰাম্য কথা বিনাশন, উত্তম শ্লোকৰ গুণ, প্ৰসবয় সাধুৰ সঙ্গত। তাক অনুদিনে পিতো, সেৱে তাৰ সতী মতি, তোৰে বাসুদেৱ চৰণত॥ ৩৯॥ সেহিসে দিনক ভাই, দুৰ্দ্দিন বুলিযা মানি, মেঘচ্ছন্ন নোহয় দুৰ্দ্দিন। হৰি কথা অমৃতৰ, সম্যকে আলাপ ৰসে, যিতো দিন হোৱয় বিহীন॥ ৪০॥ আত্মা ঈশ্বৰক লাগ, প্ৰতক্ষে সততে পাই, নপাই জানা তাঙ্ক অবিদ্যাত। অবিদ্যা নশিব্বে লাগ, কৃষ্ণক পাৱয় যেন, কণ্ঠলগ্ন বস্তুক সাক্ষাত॥ ৪১॥ নাৰায়ণ হেন ইতো, শবদ আচন্ত মুখ, বশৱৰ্ত্তি বচন আঁচয়। তথাপি অদ্ভুত কিনো, ঘোৰ নৰকত মজি, মলমতি মনুষ্য মৰয়॥ ৪২॥ তৰ্ক শাস্ত্ৰ মহাব্যাঘ্ৰী, তাহাৰ নিপুণ পতি, তাৰ শিষ্য ভৈল পুত্ৰপ্ৰায়। সংসাৰ বনত পশি, পতি পুত্ৰ সমন্বিতে, উপনিষৎ ধেনু ধৰি খায়॥ ৪৩॥ সৰ্ব্বশ্ৰুতি শিৰোৰত্ন, ভাগৱত বনমাঝে, হৰিনাম সিংহ প্ৰকাশয়। তাৰ মহা ধ্বনি শুনি, নিজ

'পবিবাৰ সমে, তৰ্কব্যাঘ্ৰী পলাই হুয়া ভয় ॥ ৪৪ ॥ স্মৰহু গোবিন্দ মূঢ়, বোলহু গোবিন্দ মূঢ়, ভজহু গোবিন্দ সৰ্ব্বক্ষণে। মৰণ সময় পাইলে, গোবিন্দে সে ৰাখিবন্ত, নৰাখিবে ডুকৃঞ্ কৰণে ॥ ৪৫ ॥ ঈশ্বৰ কৃষ্ণক যিতো, অন্য দেৱতাৰ সম, বোলয় অধম মূঢ় মতি। চোৰাশি নৰক ভুঞ্জি, পাপৰ যোনিত সিতো, অবশ্য হইবেক উতপতি ॥ ৪৬ ॥ মাযা আদি কৰি যত, সমস্ত জগত জড়, কৃষ্ণে সে চৈতন্য আত্মা শুদ্ধ। চৈতন্য কৃষ্ণক এড়ি, জড়ক ভজিযা মৰে, কিনো লোক অধম মূঢ়ত ॥ ৪৭ ॥ তপ জপ তীৰ্থ ব্ৰত, যাগ যোগ যজ্ঞ দান, কাকো নুস্মৰে মৃত্যু বেলা। মৰন্তা জনক বেঢ়ি, বোলে সবে ৰাম বোল, হেন নামে এতিক্ষণ হেলা ॥ ৪৮ ॥ সৰ্ব্ব-লোক সমযৰ, বান্ধব হৰিৰ নাম, সব এড়ি যিহেতু স্মৰে। এতিক্ষণে কিকাৰণে, হেনয হৰিৰ নাম, মলমতি নাৰে, নুস্মৰে ॥ ৪৯ ॥ দুৰ্ঘোৰ সংসাৰ ইতো, ব্যাধিৰ ঔষধ মহা, তেজি হৰি নামক সংপ্ৰীতি। কমন উপাযে আন, পণ্ডিত সকলে আৰে, লভিবেক আপুন মুকুতি ॥ ৫০ ॥ লভিয়া মনুষ্য তনু, যিসব পণ্ডিত নৰে, নসাধিলে গতি আপুনাৰ। কোটি জনমক লাগি, সংসাৰ সাগৰে মজি, ফুৰিবেক ভুঞ্জিয়া নিকাৰ ॥ ৫১ ॥ গোবিন্দক নাৰাধিযা, কোন কালে কদাচিত, সুখী হুযা আছে কোনজন। হেন শিক্ষা মনে ধৰি, ডাউকে বোলয় সদা, কোৱা কোৱা কুবাক্য বচন ॥ ৫২ ॥ শঙ্কৰে সে শুদ্ধমত, ঈশ্বৰ ভক্তিৰ তত্ত্ব, প্ৰচাৰিল শাস্ত্ৰ সাৰ জানি। ইহাক নজানি নৰে, জিবিকাৰ অৰ্থে ফুৰে, আপু

নাৰ মহত্ত্ব বাখানি ॥ ৫৩ ॥ শঙ্কৰে সংশয় ছেদি, শাস্ত্ৰৰ তত্ত্বক ভেদি, প্ৰচাৰিলা কৃষ্ণৰ ভকতি। তাঙ্ক এড়ি কিকা-ৰণে, আনক বোলয় গুৰু, কিনো লোক মহামূঢ়মতি ॥ ৫৪ ॥ নজানে শাস্ত্ৰৰ লয়, যেহি আসে তাকে কয়, ছেদিবাক নপাৰে সংশয়। গুৰু বোলাই তথাপিত, ফুৰিয়া লোকৰ মাঝে, মান্য সতকাৰ খুজিলয় ॥ ৫৫ ॥ বচনে কেৱলে মাত্ৰ, হৰিত শৰণ লয়, চিত্তে আন দেৱক ভজয়। জানিবাহা কদাচিতো, সিদ্ধি সিতো নলভয়, হৰি তাৰ সন্তোষ নোহয় ॥৫৬॥ আগম নিগম তৰ্ক, পুৰাণ ভাৰতযত, ইতিহাস তন্ত্ৰ মন্ত্ৰ চয়। হে হৰি তোমাতে সে, খেলাৱে কেৱল বাদ, তোমাৰ তত্ত্বক নজানয় ॥৫৭॥ ঐশ্বৰ্য্য ভোগৰ মদে, মত্ত হুয়া ঈশ্বৰত, পৰাঙ্মুক ভৈল যিতো জন। যেন জীৰ্ণ গাই অতি, দুৰ্ঘাৰ সংসাৰ মহা, পঙ্কে পড়ি হোৱয় মগন ॥ ৫৮ ॥ হৰি নাম ধ্বজ কৰি, বেদ পথ পৰিহৰি, ফুৰে অতি পাষণ্ড সকল। ইহপৰলোক ভ্ৰষ্ট, হুয়া পেট পুষি মাত্ৰ, ফুৰিবেক পৰম নিষ্খল ॥ ৫৯ ॥ হে ভগবন্ত গুৰু, তযু পদে মন মোৰ, যিকালত স্থিতিক লভয়। তোমাৰ কৃপাত তেবে, সকল সাধন শ্ৰম, এড়াই সুখী হুইবোঁহোঁ নিশ্চয় ॥ ৬০ ॥ হে প্ৰভু নৰহৰি, তোমাৰ চৰণ দুইক, প্ৰেমভাৱে স্মৰণদুৰ্ল্লভ। যথা কথঞ্চিত ৰূপে, অহৰ্নিশে প্ৰভু মোৰ, সুমৰণ হউক সুলভ ॥৬১॥ হে প্ৰাণবন্ধু কৃষ্ণ, কৃপাৰ সাগৰ হৰি, কৃপা দৃষ্টি চাহিয়োক মোক। সহজ বাসনাৰূপে, শৰণ দিয়োক নাথ, মোৰ অহঙ্কাৰ দূৰ হোক ॥ ৬২ ॥ নমোৰাম কৃষ্ণ হৰি, নাৰায়ণ নিৰঞ্জন,

নমো দেৱ দৈৱকী দায়দ। পৰম অনাথ আমি, তোমাৰ চৰণে নমি, মাঁগোঁ প্ৰভু ভকতি প্ৰসাদ ॥ ৬৩ ॥ ব্ৰহ্মা হৰ পুৰন্দৰ, আদি দেৱ নিৰন্তৰ, যাত সদা পশয় শৰণে। আৰ আন নাহি ত্ৰিভুবনে। ভকত জনৰ বন্ধু, কেৱল করুণা সিন্ধু, মোৰ গতি তোমাৰ চৰণে ॥ ৬৪ ॥ মায়াৰ নিগ্ৰহে মই, পৰম আতুৰ ভৈলোঁ, প্ৰাণ যদুপতি জীৱন যদুপতি। অনাথৰ নাথ হৰি, তুমি কৃপাময় বিনে, মোৰ আৰ নাহি আন গতি ॥ ৬৫ ॥ হে প্ৰভু ভগৱন্ত, ইতো সংসাৰত যত, আছে পাপী তাৰ মই সীমা। চৰণে থাপিযো মোক, পতিত পাৱন নিজ, দেখায়োক নামৰ মহিমা ॥ ৬৬ ॥ তোমাত বিমুখ হৰি, হৈবাৰ দেখিযা মাযা, মোৰ মতি কৰিলে মোহিত ॥ এবে হৰি তযু পদ, সেৱাত যিমতে ৰহোঁ, হেন কৃপা কৰিতে উচিত ॥ ৬৭ ॥ নমো নমো নাৰায়ণ, প্ৰসন্ন হুযোক হৰি, কৰিযোক মায়াক নিৰ্য্যান। আপনাৰ মহিমাক, আপুনি বেকত কৰি, জীৱক কৰিয়ো পৰিত্ৰাণ ॥ ৬৮ ॥ তোমাৰ মায়ায় হৰি, কপট গুণক ধৰি, মুহিযাছেঁ আমাক সমুলি। গুচাযোক মাযা স্বামী, তোমাৰ চৰণে আমি, ভজি লৌঁহোঁ জয় জয বুলি ॥ ৬৯ ॥ মই অনাথক দয়া, কৰহু পৰমানন্দ, দাস বুলি ধৰিযো মনত। থৈযো নিজ ভৃত্যৰ সঙ্গত। অঙ্গুলী মুখত কৰো, দান্তে তৃণ তুলি ধৰো, কেশ চিণ্ডি দেও চৰণত ॥ ৭০ ॥ অপৰাধ বিনাশন, তযু নাম নাৰাযণ, জানি নামে পশিলো শৰণে। আন গতি নাহিকে মৰণে, অপৰাধ ক্ষমা কৰি, তুমি দযাশীল হৰি, মোক ৰক্ষা কৰিযো

চৰণে ॥৭১॥ তোমাৰ সে অবিদ্যায়ে, আমাক মুহিলে হৰি, ন জানোহো তোমাৰ তত্ত্বক। তোমাৰ চৰণে হৰি, শৰণ পশিয়া সাৰ, কৰিলোঁহোঁ তোমাৰ নামক ॥ ৭২ ॥ হে কৃষ্ণ তুমি মাত্ৰ, চৈতন্য স্বৰূপ নিত্য, সত্য শুদ্ধ জ্ঞান অখণ্ডিত। আৱৰ যতেক ইতো, তোমাৰ বিনোদ ৰূপ, চৰাচৰ মায়াৰ কল্পিত ॥ ৭৩ ॥ তযুগুণ মান হৰি, কেৱল নিৰ্গুণ মাত্ৰ, আৱৰ সমস্তে গুণময়। এতেক জানিয়া হৰি, তোমাৰ নামক মাত্ৰ, কৰিলোঁহোঁ সাৰ কৃপাময় ॥ ৭৪ ॥ কৃষ্ণ পদ পঙ্কজৰ, সেৱাৰ মহিমা কথা, শুনি বড় আনন্দ মিলয়। যাৰ ভকতৰ সঙ্গে, সৰ্ব্ব পুৰুষাৰ্থ শিৰে, চৰি অতি কৌতুক কৰয় ॥ ৭৫ ॥ যদি ভৱভয় সঙ্গ, মনে ইচ্ছা কৰ ভাই, সাধুসঙ্গ সদা কৰ সাৰ। একক্ষণ মানে মাত্ৰ, কেৱল সাধুৰ সঙ্গ, হোৱে নাৱ ভৱ তৰিবাৰ ॥ ৭৬ ॥ হৰি কীৰ্ত্তনৰ মহা, আনন্দ সুখক আশে, কতো কতো সব মহাজনে। মুকুতি সুখকো তেজি, মহন্ত জনুৰ সঙ্গ, খোজে অতি কৃষ্ণৰ চৰণে ॥ ৭৭ ॥ কিন্তু ইতো মহাধৰ্ম্ম, মাধৱৰ জন্ম কৰ্ম্ম, বেদে যাৰ না জানে মহিমা। হৰি নাম কীৰ্ত্তনত, মিলে মোক্ষ আদি যত, কীৰ্ত্তন সুখৰ নাহি সীমা ॥ ৭৮ ॥ মধুৰৰো সুমধুৰ, হৰিৰ কীৰ্ত্তন ৰস, মঙ্গলৰো পৰম মঙ্গল। এতেকে সে মুকুতিকো, তেজি হৰিগুণ গায়া, ফুৰে মহা মহন্ত সকল ॥ ৭৯ ॥ পৰম নিপুণ সবো, বুঝিয়া শাস্ত্ৰৰ তত্ত্ব, হৰি পদ পঙ্কজে ভজিয়া। হৰি কীৰ্ত্তনৰ মহা, নিৰ্ভৰ আনন্দে মজি, থাকে সুখে মুকুতি তেজিয়া ॥ ৮০ ॥ গোবিন্দৰ নাম গুণ, কীৰ্ত্তন কৰন্তে জানা,

কিঞ্চিতেকো নাহিকে প্রয়াস। গুণলুব্ধ হৰি, কীৰ্ত্তন কৰন্তে আসি, হৃদয়ত হোৱন্ত প্ৰকাশ ॥ ৮১ ॥ যি সব চতুৰ নৰে, মাধৱৰ নাম গুণ, কীৰ্ত্তন কৰন্ত সাৱধানে। দেৱৰ দেৱতা হৰি, তাহাৰ হৃদয় এড়ি, যাইবাক ন পাৰে আন স্থানে ॥ ৮২ ॥ যিতো দেৱ ভগৱন্ত, বেদে যাক ন জানন্ত, তেঁও নিজ কীৰ্ত্তনত বশ্য। জানি মাধৱৰ নাম, কীৰ্ত্তন কৰিয়ো সদা, ইতো সবে শাস্ত্ৰৰ ৰহস্য ॥ ৮৩ ॥ হৰি ভক্তি সৰোবৰে, সন্তোষ অমৃত জলে, কৃষ্ণ পাদপদ্ম প্ৰকাশয়। ৰাম নাম ৰাজহংস, চৰিয়া আবাৰ কৰে, শুনি অতি কৌতুক মিলয় ॥ ৯৪ ॥ সমস্তে তীৰ্থত স্নান, কৰিলেক সৰ্ব্ব যজ্ঞে, দীক্ষিত ভৈলেক সিতো জন। সমস্ত দানৰ ফল, সিসি জনে পাইল অতি, যিতো কৰে হৰিৰ কীৰ্ত্তন ॥ ৮৫ ॥ মাধৱে বোলন্ত মোক, কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি, সদায়ে স্মৰে যিতো জনে। জল হন্তে যেন পদ্ম, নৰকৰ পৰা তাক, আপনি উদ্ধাৰো বঙ্গ'মনে ॥ ৮৬ ॥ যদ্যপি দুৰ্জ্জন কলি, হৰিৰ ভকতি পথ, কৰিলেক বিৰল প্ৰচাৰ। একান্ত শৰণে যিতো, শ্ৰৱণ কীৰ্ত্তন কৰে, ওচৰে ন চাপে কলি তাৰ ॥ ৮৭ ॥ পৰম পুৰুষ হৰি, পৰম কাৰণ প্ৰভু, পৰম ঈশ্বৰ ভগৱন্ত। সদানন্দ সদাশিৱ, সত্য সনাতন হৰি, জয় জয় অচিন্ত্য অনন্ত ॥ ৮৮ ॥ হে জিহ্বা সদা তোৰ, মধুৰেসে মাত্ৰ প্ৰিয়, জান তই ৰসৰসাৰক। আন তেজি নিৰন্তৰে, কৰিয়োক মাত্ৰ পান, নাৰায়ণ নাম অমৃতক ॥ ৮৯ ॥ হে জিহ্বা সদা তই, আমাত নিৰ্দ্দয়া ভৈলি, কেনে নো বোলস ৰাম বাণী।

সংসাৰ সাগৰে ইতো, হৰি সে সুদৃঢ় নাৱ, জানি হৰি বুলিয়ো কল্যাণি ॥৯০॥ হে কৰ্ণ সদা তোৰ, শবদে সে মাত্ৰ প্ৰিয়, তই.শব্দ মধুৰ জানস। কোটি অমৃততোধিক, পৰম মধুৰ শব্দ, শুন সদা কৃষ্ণ নাম যশ॥ ৯১ ॥ হে মন তোৰ কাম, সঙ্কল্প বিকল্পধৰ্ম্ম, তেজি মিছা কামনা সকল। সদায়ে সঙ্কল্প মাত্ৰ, কৰিয়া সুহৃদ মন, কৃষ্ণনাম পৰম মঙ্গল ॥ ৯২ ॥ শুনিয়া হৃদয় হেৰ, ব্ৰহ্মাণ্ড ভিতৰে যত, বস্তু আছে তোক নোজোড়য়। তাক তেজি কৃষ্ণনাম, অক্ষয় অমৃত পিয়া, সন্তোষক লভিয়ো হৃদয় ॥ ৯৩ ॥ শুনিয়োক বুদ্ধি তোৰ, কেবল নিশ্চয় ধৰ্ম্ম, তেজি সবে বিনাশী বিষয়। সদা শুদ্ধ সুমঙ্গল, অক্ষয় কৃষ্ণৰ নাম, তাকে মাত্ৰ কৰিযো নিশ্চয় ॥ ৯৪ ॥ শুন হেৰ অহঙ্কাৰ, নিচিন্ত আপুন মাৱ, মিচা অহম্মক তেজিয়ো। পৰম ঈশ্বৰ কৃষ্ণ, হুয়োক তাহান দাস, সাধু সঙ্গে কৃষ্ণকে ভজিয়ো। ৯৫ ॥ শুনিয়োক চিত্ত হেৰ, পৰম ৰহস্য বাণী, তুমি শুদ্ধ জ্ঞানৰ আলয়। কৃষ্ণ নিত্য শুদ্ধ বুদ্ধ, পৰম ঈশ্বৰ দেৱ, ন চাৰিবা তাহান আশ্ৰয় ॥ ৯৬ ॥ কৃষ্ণ নিজ ইষ্টদেৱ, আত্মা প্ৰিয়তম গুৰু, সুহৃদ সোদৰ বন্ধুজন। কৃষ্ণে মোৰ গতি গতি, কৃষ্ণত ভকতি ৰতি, কৃষ্ণ পাৱে নিমজোক মন ॥ ৯৭ ॥ শান্ত চিদানন্দ শুদ্ধ, অনন্ত মহিমা নিত্য, নিৰ্ম্মল তৰঙ্গ চয় হীন। হেনয় পৰমানন্দ, অমৃত সাগৰে মজি, আচন্ত ন কৰে বুদ্ধি ক্ষীণ ॥ ৯৮ ॥ হে হৰি সাৰ শূন্য, মৃগতৃষ্ণাৰ্ণৱ জলে, শ্ৰান্ত হুয়া মহা মোহ পাঁও। স্নান পান আচমন, কৰোঁহোঁ ৰমণ

তাত, কতোহো উপঙ্গো তল খাঁও ॥ ৯৯ ॥ পৰম অমূল্য বস্ত, হৰিৰ নামৰ পেড়া, অতি গুপ্ত স্বৰূপে আছিল। লোকক কৃপায়ে হৰি, শঙ্কৰ স্বৰূপে আসি, মুদ ভাঙ্গি সমস্তকে দিল ॥ ১০০ ॥ হৰিনাম প্ৰেমৰস, অমৃত নিধিক বান্ধি, গুপ্ত কৰি থৈলা দেৱগণে। দয়ালু শঙ্কৰে পাই, তুলি মুদ ভাঙ্গি দিলা, সুখে পান কৰা সৰ্ব্বজনে ॥ ১০১ ॥ হৰি নাম গুপ্ত ভৈল, মনুষ্যত পূজা নৈল, বুলি বঙ্গ কৰে দেৱ সৰ্ব্ব। হেন হৰি নাম ধৰ্ম্ম, শঙ্কৰে বিদিত কৰি, চুৰ কৈলা দেৱতাৰ গৰ্ব্ব ॥ ১০২ ॥ বেদৰ বিহিত যত, আছে ধৰ্ম্ম সংসাৰত, সবে হৰি নামৰ কিঙ্কৰ। হেন জানি যিতো জনে, নামৰ কীৰ্ত্তন কৰে, সেহি সে পৰম সাধু নৰ ॥ ১০৩ ॥ হৰিৰ গৃহস্থ দ্বাৰে, বেত্ৰৰ প্ৰহাৰ যোগ্য, ব্ৰহ্মা ইন্দ্ৰ আদি দেৱ ঝাক। হেনয় দ্বাৰত বেত্ৰ, প্ৰহাৰ পাইবাৰ যোগ্য, হঁও আমি কমন বৰাক ॥ ১০৪ ॥ অচ্যুত কেশৱ বিষ্ণু, হৰি সত্য জনাৰ্দ্দন, হংস নাৰায়ণ অষ্ট নাম। পৰম মঙ্গল ৰূপ, যিতো অহৰ্নিশে লৱে, তাৰ পূৰ্ণ হোৱে মনস্কাম ॥ ১০৫ ॥ মাধৱ মাধৱ নাম, বচনত উচ্চৰয়, মাধৱ মাধৱ হৃদয়ত। নিৰন্তৰে সাধু সবে, মাধৱ মাধৱ নাম, উচ্চৰয় সমস্ত কাৰ্য্যত ॥ ১০৬ ॥ পৰম মঙ্গল ৰূপ, মাধৱ মাধৱ নাম, যিতো মহাজনে উচ্চৰয়। তাৰ অমঙ্গল ৰূপ, গুচয় সংসাৰ ভয়, মাধৱেৰ নিকট পাৱয় ॥ ১০৭ ॥ দুঃস্বপ্ন নাশন ইতো, মাধৱ মাধৱ নাম, দুষ্ট গ্ৰহ ভয় বিনাশন। পৰম সম্পদ ৰূপ, জানি মাধৱৰ নাম, সৰ্ব্বদায়ে কৰিয়ো কীৰ্ত্তন ॥ ১০৮ ॥ মাধৱে সে আত্মা

নিজ, মাধৱ সে ইষ্ট গুরু, মাধৱ দেৱতা পরম। পৰমঈশ্বৰ স্বামী, জানি মাধৱক ভজা, মনুষ্যৰ শ্রেষ্ঠ ধৰম ॥ ১০৯ ॥ পৰম চতুৰ সিসি, বুদ্ধিত কুশল অতি, যিতো মাধৱৰ গুণ গাৱে। মিছা কলেৱৰ গোটে, মুকুতি বাণিজ কৰি, ভৱ তৰি মাধৱক পাৱে ॥ ১১০ ॥ যি জনে একান্ত চিত্তে, মাধৱক ভজি নিতে, ফুৰে মাৱৰ গুণ গাই। দুর্ল্লভ অমৃত যেন, যি জনে কৰিলে পান,মধুৰ পিবাক আৰ নাই ॥ ১১১ ॥ ভজ ভাই মাধৱক, স্মৰ ভাই মাধৱক, গাৱ মাধৱৰ গুণ। নিচিন্ত আপুন মাৰ, সুখে আপুনাক তাৰ, তয়ু ভাই পৰম নিপুণ ॥ ১১২ ॥ ভগৱন্ত ঈশ্বৰৰ, গুণ সমূহক যিতো, শুনিতে উদ্যম কৰে নৰ। তেখনৱে পৰা সিতো, জানিব নিশ্চয় কৰি, ভৈল অতি শুদ্ধ নির্ম্মৎসৰ ॥১১৩॥ ঈশ্বৰ কৃষ্ণেসে নিষ্ট, পৰম আৰাধ্য দেৱ, মোৰ তান নামে নিজ গতি। হেনয় নিশ্চয় যিতো, কৰিলেক নিতে অতি, সিসি জন পৰম প্রকৃতি ॥১১৪॥ সংসাৰৰ ইন্দ্র কৃষ্ণ, তাহান নামক যিতো, অজ্ঞানতো চণ্ডালে লৱয়। হেন সে পবিত্র সিতো, জানিবা যজ্ঞত আনি, পাত্রে পাতিবাৰ যোগ্য হয় । ১১৫ ॥ ৰাম ৰাম ৰাম বাণী, পৰম মঙ্গল রূপ, যাৰ মুখে প্রকাশ কৰয়। চিৰকাল মহাতীর্থ, কৰিয়া পবিত্র হুয়া, তাক কদাচিতো তুল নয় ॥ ১১৬ ॥ জগত আশ্রয় কৃষ্ণ, তাহান অব্যয় স্থান, তাক প্রতি আছে যেবে মন। ভগৱন্ত ঈশ্বৰৰ চৰণ পঙ্কজে সদা, হুয়ো তেবে একান্ত শৰণ ॥ ১১৭ ॥ পৰম নির্ম্মল ধর্ম্ম, হৰিণাম কীর্ত্তনত, সমস্ত প্রাণিৰ অধিকাৰ।

'এতেকে সে হৰি নাম, সমস্ত ধৰ্ম্মৰ ৰাজা, এহি সাৰ শাস্ত্ৰৰ বিচাৰ ॥ ১১৮ ॥ বৰ্ণাশ্ৰম ধৰ্ম্ম যত, যাৰ যেন বিহি আছে, তাৰে সে কেৱলে অধিকাৰ। হৰি নাম কীৰ্ত্তনৰ, নাহিকে নিয়ম একো, এতেকে সে ধৰ্ম্ম মাঝে সাৰ ॥১১৯॥ অধমে কেৱলে দোষ, লৱয় মধ্যমে গুণ, দোষ লৱে কৰিয়া বিচাৰ। উত্তমে কেৱলে গুণ, লৱয় উত্তমোত্তমে, অল্প গুণ কৰয় বিস্তাৰ ॥ ১২০ ॥ দোষৰ সাগৰ কলি, তাকো পৰীক্ষিত ৰাজা, গুণ দেখি কৰিলা ৰক্ষণ। মহা পাপী অন্ত্য জাতি, তৰয় কলিত সুখে, মুখে কৰি হৰিৰ কীৰ্ত্তন ॥১২১॥ অবিদ্যা-জনিত সুখ, সত্য লোক আদি কৰি, আত নিৰপেক্ষ নিৰ-ন্তৰ। কেৱলে চিদাঙ্গ শুদ্ধি, কৰণে সে মাত্ৰ জানা, পুৰুষাৰ্থ মুমুক্ষু জনৰ ॥১২২॥ বিদ্যা অবিদ্যা জন্য, সুখে নিৰ-পেক্ষ হুযা, কৰিল আপুন মন স্থিৰ। বাসুদেৱময় মাত্ৰ, সকল জগত ইতো, পুৰুষাৰ্থ জানিবা জ্ঞানীৰ ॥ ১২৩ ॥ সমস্ত সুখক তেজি, পুৰুষোত্তমৰ প্ৰেম, ভকতিক কৰিল আশ্ৰয়। ভকত সবৰ এহি, পুৰুষাৰ্থ মনোনীত, আনো সুখ অধিকে পাৱয় ॥ ১২৪ ॥ মুমুক্ষু জনৰ যেবে, অবিদ্যা জনিত সুখে, বিৰকতি ভৈল অতিশয়। কেৱল আত্মাত্মমাত্ৰ, সদায়ে ৰমণ কৰে, তেবে বিধি কিঙ্কৰ গুচয় ॥ ১২৫ ॥ জ্ঞান নিষ্ঠ জনে বিদ্যা, অবিদ্যা জনিত দুয়ো, সুখে বিৰকতি ভৈল যেবে। বাসুদেৱময় মাত্ৰ, দেখয় জগত ইতো বিধিৰ কিঙ্কৰ গুচে তেবে ॥ ১২৬ ॥ পুৰুষোত্তমৰ প্ৰেম, ভকতি সুখক মাত্ৰ, নিশ্চয় কৰিল যিতো জন। শৰণ কালবে পৰা,

বিধিৰ কিঙ্কৰ গুচি, কৰে সদা শ্ৰৱণ কীৰ্ত্তন ॥ ১২৭ ভৰত-
বত্নৰ দ্বীপ, মনুষ্য শৰীৰ নৌকা, ৰাম নাম মহা ৰত্ন সাৰ।
হেনয় বাণিজ পাই, যিতো জনে নকৰয়, তাত পৰে দুঃখী
নাহি আৰ ॥ ১২৮ ॥ প্ৰাৰ্থনা ॥ তুমি চিত্তবৃত্তি মোৰ, প্ৰৱ-
ৰ্ত্তক নাৰায়ণ, তুমি নাথ মই নাথৱন্ত। চৰণ ছত্ৰৰ ছায়া,
দিয়া দূৰ কৰা মায়া, কৰা দয়া মোক ভগৱন্ত ॥ ১২৯ ॥ তুমি
মোৰ অন্তৰ্য্যামী, তয়ু ভৃত্য ভৈলো আমি, জানি কৃপা কৰা
হৃষীকেশ ॥ দন্তে তৃণ তুলি লঁও, যিমতে সেবাত ৰঁও, দিয়া
মোক সেহি উপদেশ ॥ ১৩০ ॥ তুমি ভক্ত কল্পতৰু, বাহিৰে
ভিতৰে গুৰু, তুমি বিনে নাহি মোৰ আৰ। কৃপা কৰা হে
হৰি, চৰণত ৰক্ষা কৰি, দিয়া মোক সেৱা ৰস সাৰ ॥ ১৩১ ॥
তুমি হৰি কৃপাময়, বাহিৰত গুৰু ৰূপে, অনুগ্ৰহ কৰি আছা
মোক। অন্তৰ্য্যামী গুৰু ৰূপে, তাকে সত্য কৰা মোৰ,
তয়ু নামে সদা ৰহি হোক ॥ ১৩২ ॥ হে কৃষ্ণ হে বাসুদেৱ,
দৈৱকীনন্দন হৰি, নমো নন্দ গোপৰ কুমাৰ। কৃপাময়
শ্ৰীগোবিন্দ, তয়ু পদ অৰবিন্দ, কৰোঁ মই লক্ষ নম-
স্কাৰ ॥ ১৩৩ ॥ পদ্মসম নাভি যাৰ, প্ৰণামোহোঁ বাৰম্বাৰ,
নমো দিব্য পদ্মমালা ধাৰী। নমো পদ্মসম নেত্ৰ, পদ যাৰ
শত পত্ৰ, নমো ভকতৰ ভয়হাৰী ॥১৩৪॥ বসুদেৱ সুত কৃষ্ণ,
তুমি ভকতৰ ইষ্ট, কংস চানুৰাদি বিমৰ্দ্দন। দৈৱকী হৃদয়া
নন্দ; জগতৰ গুৰু কৃষ্ণ, তয়ু পাৱে কৰোঁহোঁ বন্দন ॥ ১৩৫ ॥
মোৰ সম পাপী লোক, নাহিকে ইতিনি লোক, তুমি সম
নাহি পাপ হাৰী। ইজানি গোবিন্দ মোক, যেন জুয়াই

-কৰিয়োক, তুয়া পদে কৰোঁহোঁ গোহাৰি ॥ ১৩৬ ॥ সহস্র সহস্র আতি, অপৰাধ দিনে ৰাতি, কৰো মই মহামূঢ় জন। আমি প্রভু তযু দাস, আকে মানি জগবাস, ক্ষমিয়োক শ্রীমধুসূদন ॥ ১৩৭ ॥ ধর্ম্মক জানোহোঁ মই, তথাপি প্রবৃত্তি নাই, অধর্ম্মতো নিবৃত্তি নোহয়। হৃদি স্থিতি হুয়া তুমি, যেন কৰবাহা স্বামী, হৃষীকেশ কৰিবোঁ তেনয় ॥ ১৩৮ ॥ নজানোহোঁ আবাহন, নজানোহোঁ বিসর্জ্জন, পূজা মন্ত্র নজানো কিঞ্চিত। এতেকে পৰমেশ্বৰ, দাস ভৈলোঁ চৰণৰ, মোৰ গতি সাধিবে উচিত ॥ ১৩৯ ॥ নামান্বয় ॥ কৃষ্ হেন শব্দ ইতো, পৃথিবী বাচক ভৈল, ণ আনন্দত প্রবর্ত্তয়। দুইৰ এক পদ ভৈলে, পৰমব্রহ্ম ৰূপ কৃষ্ণ, নাম আনন্দক মাত্র কয় ॥ ১৪০ ॥ ঈশ্বৰৰ পদ সেবা, কৰন্তে জীবৰ যত, কৃষতা শুচয় নিৰন্তৰ। এহি হেতুতে সে জানা, ঈশ্বৰক বুলি কৃষ্ণ, প্রসিদ্ধ অন্বয় মনোহৰ ॥ ১৪১ ॥ নিৰন্তৰে নিজানন্দ, সুখ পৰিপূর্ণ ৰূপ, অখণ্ড আনন্দ মুগুচয়। এতেকে সে, সদানন্দ, নিত্যানন্দ নাম ইতো, ঈশ্বৰক বুলিব নিশ্চয় ॥ ১৪২ ॥ ক ইশ পদে, ব্রহ্মা বিষ্ণু মহেশ্বৰ, প্রতি প্রতি তিনিবো অন্বয়। ব পদে নাৰাযণে, তিনিকো আচঁয় চান্দি, এহি হেতু কেশব বোলয় ॥ ১৪৩ ॥ ঈশ্বৰ কৃষ্ণৰ পদ, সেৱন্তে জীৱৰ চ্যুতি, গুচয় সংসাৰ অদ্ভূত। এহি হেতুতে সে জানা, যতেক মহন্ত সবে, ঈশ্বৰক বোলয় অচ্যুত ॥ ১৪৪ ॥ ঈশ্বৰ কৃষ্ণৰ পদ, ভজিয়া অধম সেবো, অতিশয় হোৱয় উত্তম। এহি হেতুতেসে জানা, লোকত প্রসিদ্ধ ভৈল, ঈশ্বৰ নাম নবো-

ত্তম ॥ ১৪৫ ॥ ঈশ্বৰক জানি নৰে, ভজিয়া মায়াক তৰি, সিংহ যেন ভ্ৰময় নিৰ্ভয়। এতেকে সে ঈশ্বৰৰ, নাম নৰসিংহ ভৈল, মহাজন সকলে কহয় ॥ ১৪৬ ॥ ঈশ্বৰৰ পাদ পদ্ম, ভজি শুদ্ধ চিত্ত হুয়া, অধমো তেজয় বামানয়। এহি হেতুতে সে থাকি, নিৰন্তৰে মহাজনে, ঈশ্বৰক বামন বোলয় ॥ ১৪৭ ॥ মোক্ষ আদি কৰি সুখে, ঈশ্বৰ সেৱাৰ জান, অনু একো নুহি সমসৰ। এহি হেতু মহাজনে, জানিবা পৰমানন্দ, নামধৰি আচন্ত ঈশ্বৰ ॥ ১৪৮ ॥ যি হেতু কৃষ্ণেসে আত্মা, এতেকে সে জীৱ ৰাশি, নিৰন্তৰে আনন্দ লভয়। এহি হেতু সৰ্ব্বানন্দ, নাম ধৰি আছা হৰি, মহাজনে জানিবা নিশ্চয় ॥ ১৪৯ ॥ যিকাৰণে নাৰায়ণে, পঞ্চভূতে পঞ্চ বৰ্ণ, মালা পিন্ধি প্ৰকাশ কৰন্ত। এহি হেতু নিৰন্তৰে,. জানিবাহা বনমালী, নাম ধৰি আচা ভগবন্ত ॥ ১৫০ ॥ ঈশ্বৰ সেৱাৰ সুখ, লভিয়া ইন্দ্ৰিয় জন্য, সুখ জীৱে অধঃকৃত কৰে। এহি কাৰণত সবে, জানি বাহা অধোক্ষজ, নাম ধৰি আচা দামোদৰে ॥ ১৫১ ॥ চৈতন্যত কৰি পৰ, মায়াত উপজি যত, আছে তাক ৰমাবন্ত হৰি। এহিসে কাৰণে জানা, পৰম ঈশ্বৰ প্ৰভু, পশুৰাম নাম আচা ধৰি ॥ ১৫২ ॥ চৈতন্য শক্তিৰ দ্বাৰে, ইতো জড় জগতক, ৰমাৱন্ত কৰ্ম্ম অনুৰূপে। এতেকে সে ঈশ্বৰৰ, পৰম প্ৰসিদ্ধ ৰাম, নাম আক জানিবা স্বৰূপে ॥১৫৩॥ অনন্ত চৈতন্য আত্মা, সদানন্দ ঈশ্বৰত, যোগী জনে সদায়ে ৰময়। এহি হেতু ৰাম পদে, পৰম ব্ৰহ্ম স্বৰূপত, কহে ৰাম নামৰ অন্বয় ॥ ১৫৪ ॥

তুলড়ি ॥ স্মৰণ মাত্ৰকে, যি হেতু দুৰ্ঘোৰ, সংসাৰ দুঃখ হৰন্ত। এহি হেতুতেসে, ঈশ্বৰক হৰি, বোলয় যত মহন্ত ॥ ১ ॥ আত্মা ৰূপে জানা, ইতো জগতত, আচন্ত হুয়া প্ৰবেশ। এহি হেতুতে সে, ঈশ্বৰক বিষ্ণু, বুলিয় নাম বিশেষ ॥ ২ ॥ ইন্দ্ৰিয় বৰ্গৰ, যিহেতু ঈশ্বৰ, আচন্ত হুয়া প্ৰবেশ। এতেকে মহন্ত, সকলে বোলয়, ঈশ্বৰক হৃষী-কেশ ॥ ৩ ॥ অন্তৰ্য্যামী ৰূপে, যিহেতু জীবক, সুখ দুঃখ ভুঞ্জাৱন্ত। এতেকেসে পৰ, মাত্মা নাম ধৰি, আচন্ত প্ৰভু অনন্ত ॥ ৪ ॥ পৰম ঈশ্বৰ, স্বৰূপে জীৱৰ, আচন্ত হুয়া আশ্ৰয়। এতেকেসে তাঙ্ক, বুলি নাৰায়ণ, নামৰ দিবা অন্বয় ॥ ৫ ॥ অহঙ্কাৰ আদি, একোৱে উপাধি, কৰিতে ন পাৰে ছয়। এহিসে কাৰণে, মহন্ত সকলে, বোলে তাঙ্ক নিৰঞ্জন ॥ ৬ ॥ সত্ত্ব ৰজস্তম, তিনি গুণ বৃত্তি, লুপ্ত তাঙ্ক নকৰয়। সেহিসে কাৰণে, বেদ শাস্ত্ৰ গণে, বোলে তাঙ্ক নিৰাময় ॥ ৭ ॥ যতেক প্ৰাকৃত, আকাৰ বৰ্জ্জিত, ভৈলন্ত যিহেতু হৰি। সেহি হেতুতেসে, নিৰা-কাৰ নাম, আঁচন্ত ঈশ্বৰে ধৰি ॥ ৮ ॥ মা পদে লক্ষ্মী, দেৱীক বোলয়, তাহান স্বামী ঈশ্বৰ। এতেকেসে তাঙ্ক, বোলয় মাধৱ, মহাজন নিৰন্তৰ ॥ ৯ ॥ জনা পদে মাযা, দেৱীক বোলয়, ভক্তৰ মাযামৰ্দ্দন্ত। এহি হেতুতেসে, জনাৰ্দ্দন নাম, ধৰি আচা ভগৱন্ত ॥ ১০ ॥ মধুমতী মায়া, উন্মত্ত কৰায়া, আছে যত জীবগণ। ভক্তৰ মায়াক, পীড়ন নিমিত্তে, বুলি মধুসূদন। ১১ ॥ গো পদে বেদ,

ইন্দ্রিয়ক বুলি, কৰন্ত তাক পালন। এতেকেসে তাঙ্ক, বোলয় গোপাল, জানিবাহা মহাজন ॥ ১২ ॥ ইন্দ্র আদি দেৱে, গোৰ ইন্দ্র পাতি, কৰিলন্ত অভিষেক। পৰম প্রসিদ্ধ, গোবিন্দ নামক, ধৰিলা হৰি প্রত্যেক ॥ ১৩ ॥ দেশে কালে তাঙ্ক, একোৱে প্রকাৰে, কৰিতে নপাৰে অন্ত। এহি হেতুতেসে, ঈশ্বৰৰ নাম, প্রসিদ্ধ ভৈল অনন্ত ॥ ১৪ ॥ যত বেদবাদী, বেদক বিচাৰি, কৰিতে নপাৰে আদি। এতেকেসে তান, পৰম প্রখ্যাত, হুয়াছে নাম অনাদি ॥ ১৫ ॥ অধম পুৰুষো, হোৱয় উত্তম, ভজিয়া যাৰ চৰণে। পুৰুষোত্তম, নামক ধৰিযা, আচন্ত এহি কাৰণে ॥ ১৬ ॥ ক্ষৰ পদে ইতো, দেহক বোলয়, অক্ষৰ শবদে ব্রহ্ম। দুইত কৰি হৰি, উত্তম নিমিত্তে, প্রখ্যাত পুৰুষোত্তম ॥ ১৭ ॥ কৰ্ম্ম অনুসাৰে, ইতো জগতক, পালন্ত হৰি সাক্ষাত। এহি হেতু তেসে, জগন্নাথ নাম, আচয় হুয়া প্রখ্যাত ॥ ১৮ ॥ প্রকৃতি পুৰুষ, দুইতো কৰি পৰ, দুই হানো নিজ কাৰণ। পৰম ঈশ্বৰ নামক ধৰিয়া আচা তাতে নাৰায়ণ ॥ ১৯ ॥ ঈশ্বৰৰ সেৱা, কৰন্তে জীৱৰ, গুচয় মায়াৰ ভ্রম। ব্রহ্মপদে শুদ্ধ, জীৱক বুলিয়, ঈশ্বৰ পৰমব্রহ্ম ॥ ২০ ॥ অন্তৰ্য্যামী ৰূপে, জীৱ আদি কৰি, নিয়মন্ত সমস্তক। এহি হেতুতেসে, পৰমাত্মা পদে, বুলি জানা ঈশ্বৰক ॥ ২১ ॥ ব্রহ্ম পৰমাত্মা, কৰিয়া যিহেতু, ঐশ্বৰ্য্যৰ নাহি অন্ত। এহি হেতু মহা, মহন্ত সকলে, বোলে তাঙ্ক ভগবন্ত ॥ ২২ ॥ নিজ ভক্ত পদে, গৰুড়ক ধ্বজ, কৰিলা হৰি যিহেতু। সেহিসে

কাৰণে, মহন্তে হৰিক, বোলয় গৰুড়কেতু ॥ ২৩ ॥ কাল মায়া আদি, যাহাৰ মনক, কৰিতে নপাৰে কুণ্ঠ। এহি সে কাৰণে ঈশ্বৰৰ নাম, প্ৰসিদ্ধ ভৈল বৈকুণ্ঠ ॥ ২৪ ॥ জগতত কৰি, আচন্ত নিবাস, জগতো তান্তে ৰময়। এতেকে সে তাঙ্ক, বুলি বাসুদেব, নামৰ ইতো অন্বয় ॥ ২৫ ॥ সদানন্দ আত্মা, চৈতন্য অনন্তে, যিহেতু যোগী ৰময়। এতেকেসে ৰাম, পদে পৰব্ৰহ্ম, ৰূপক বুলি নিশ্চয় ॥ ২৬ ॥ চৈতন্য স্বৰূপে, যিহেতু সদায়ে, ৰমাৱন্ত জগতক। এতেকেসে ৰাম, সুমধুৰ পদে, বুজি জানা ঈশ্বৰক ॥ ২৭ ॥ হৰি পদ সেৱা, নকৰে নিমিত্তে, মায়ায়ে বান্ধি ফুৰাৱে। তাৰত মায়াক, নতৰে ৰহিত, শৰণ নলৱে যাৱে ॥ ২৮ ॥ শৰণ ॥ মই ছুৰাচাৰ, কেৱল তোমাৰ, অপৰাধি নাৰায়ণ। ক্ষমি-য়োক হৰি, লৈয়ো দাস কৰি, পশিলোঁ হেৰা শৰণ ॥ ২৯ ॥ হে কৃষ্ণ স্বামী, তযু পাৱে অমি, কেৱল শৰণ চাঁও। কৰা অনুগ্ৰহ মাযাৰ নিগ্ৰহ, তেবেসে প্ৰভু এড়াঁও ॥ ৩০ ॥ হে যদুপতি, মই মূঢ়মতি, নজানো সেৱা তোমাৰ। কেৱল তোমাৰ, চৰণ পঙ্কজে, শৰণ কৰিলোঁ সাৰ ॥ ৩১ ॥ পুৰু-ষোত্তম, পৰম পুৰুষ, পৰম আনন্দ স্বামী। তযু পাদ পদ্ম, মকৰন্দ আশে, শৰণ পশিলোঁ আমি ॥ ৩২ ॥ প্ৰভু ভগ-ৱন্ত, অনন্ত ঈশ্বৰ, প্ৰপন্ন জন তাৰণ। তুমি প্ৰিয়তম, পৰম দেবতা, জানিয়া লৈলোঁ শৰণ ॥ ৩৩ ॥ ভজন ॥ জয় জয় জয়, কৃষ্ণ কৃপাময়, ভজিলোঁ তোমাৰ পাৱে। তোমাৰ চৰণ, পঙ্কজত মন, মজোক সেৰ স্বভাৱে ॥ ৩৪ ॥

জয় জয় ৰাম, জগত কাৰণ, জগত জীৱন স্বামী। পৰম দেৱতা, জানিয়া তোমাৰ, চৰণে ভজিলোঁ আমি ॥ ৩৫ ॥ অনাদি অনন্ত, হে ভগৱন্ত, ভজোঁ কৰি প্ৰণিপাত। মুকুতি ৰসকো, তেজি মহাজনে, শৰণ লাৱে তোমাত ॥ ৩৬ ॥ নমস্কাৰ ॥ নমো কৃষ্ণদেৱ, পাপী বুলি কেৱ, মোক মোৰ নোবোলয়। পতিত পাৱন, জানিযা তোমাত, আপুনি গৈলো বিক্ৰয় ॥ ৩৭ ॥ নমো হৰিপদ, পঙ্কজ যুগল, বিমল সুখসাগৰ। অনাদি অনন্ত, সন্ত সদাশিৱ, ভগৱন্ত ভয় হৰ ॥ ৩৮ ॥ মোহ মায়াৰাগ, মদ মল কাম, দম্ভ দ্বেষ আদি ভাৰ। যি গুৰু জনত, ইসব নথাকে, প্ৰণামো তাহান পাৰ ॥ ৩৯ ॥ জয় যদুপতি, গোপাল গোবিন্দ, যাদব মাধৱ ৰাম। ভকতৰ ধন, জীৱৰ জীৱন, কৰোঁহোঁ পাৱে প্ৰণাম ॥ ৪০ ॥ নমো নিত্যানন্দ, জগত কাৰণ, বাসুদেৱ ভগৱন্ত। নিত্য শুদ্ধ বুদ্ধ, কাম অনিৰুদ্ধ, পুৰুষ প্ৰভু অনন্ত ॥ ৪১ ॥ ৰাম নিৰঞ্জন, দানৱ গঞ্জন, ভকত ৰঞ্জন দেৱ। তুমি সি পৰম, গুৰু নাৰায়ণ, তুযা পাৱে কৰো সেৱ ॥ ৪২ ॥ উপদেশ ॥ ৰাম কৃষ্ণনাম, ধৰ্ম্ম অনুপাম, হৃদয়ে যিতো সুমৰে। যত মহাপাপ, নাম অপৰাধ, সবে মলিমুৰ কৰে ॥ ৪৩ ॥ ঘোৰ সংসাৰৰ, ঔষধ হৰিৰ, নামক তেজি সংপ্ৰতি। আৱৰ কমন, উপায়ে পণ্ডিতে, লভিবে আপুন গতি ॥ ৪৪ ॥ মোৰ ভক্তিযুক্ত, যোগিৰো জানিবা, মোতেসে চিত্ত যাহাৰ। জ্ঞানকৰ্ম্ম বিনে, কেৱল ভক্তিত, পাৱয় সংসাৰ পাৰ ॥ ৪৫ ॥ কেৱল ভকতি, পুৰুষক তাৰে,

লহায় কাকো নচাৱে। জ্ঞান কৰ্ম্ম তেৱে, তাৰিতে নপাৰে, ভকতি নপাৱে যেবে ॥ ৪৬ ॥ দুষ্ট কলি সৰ্পে, সবাকো দংশিল, হৰাইল চেতন জ্ঞান। ইহাৰ ঔষধ, সুধা ৰাম নাম, বিনে নাহি নাহি আন ॥ ৪৭ ॥ সকল পুণ্যৰ, অবিনাশি ফল, হৰি গুণ নাম সাৰ। হৰিক সন্তোষ, কৰাইবাৰ হেতু, নাম বিনে নাহি আৰ ॥ ৪৮ ॥ বেদে ৰামায়ণে, পুৰাণে ভাৰতে, আদি মধ্য অবসানে। হৰিকে সে মাত্ৰ, কহয় নিশ্চয়, জানা তত্ত্ব এহি মানে ॥ ৪৯ ॥ সত্য অসত্যৰ, জড় চৈতন্যৰ, যাৰ্হত যিতো প্ৰকাশে। তাকে বুলি মন, সেহি সিতো পাৱে, যি জনে যাক উপাসে॥ ৫০ ॥ মায়া আদি কৰি, সমস্তে অসন্ত, জানিবা জড় নিশ্চয়। হৰি মাত্ৰ সত্য, চৈতন্য ঈশ্বৰ, পৰম তত্ত্ব নিৰ্ণয় ॥ ৫১ ॥ বাসুদেৱ বাসু, দেৱ বাসুদেৱ, বুলিযা যিতো সুমৰে। সিতো পুৰুষৰ, জানা যম ৰাজা, লিখন মাৰ্জ্জন কৰে ॥ ৫২ ॥ দিব্য সহস্ৰেক, নাম তিনি বাৰ, পঢ়ি পাৱে যিতো ফল। এক বাৰ কৃষ্ণ,নাম উচ্চাৰিলে, পাৱয় তাক সকল,॥ ৫৩ ॥ যতেক অনৰ্থ, আছে সংসাৰত, তাতে তিনি বিধ সাৰ। কাম ক্ৰোধ লোভ, আপুন নাশন, জানি কৰা পৰিহাৰ ॥ ৫৪ ॥ আত্ম নাশ হেতু, কাম ক্ৰোধ লোভ, নৰকৰ তিনি দ্বাৰ। জানি আক তেজি, কেৱল কৃষ্ণৰ, ভকতিৰ কৰা সাৰ ॥ ৫৫ ॥ কাম ক্ৰোধ লোভ, তেজি যিতো জনে, ভজয় কৃষ্ণৰ পাৱে। কৃষ্ণৰ কৃপাত, হোৱয় কৃতাৰ্থ, সুখে মুকুতিক পাৱে ॥ ৫৬ ॥ কৃষ্ণকে সে

মাত্র, ভজে যিতো জনে, অব্যভিচাৰী ভকতি। তিনি গুণ অতি, ক্রমি ব্রহ্মরূপ, পাৱে সিতো মহামতি ॥ ৫৭ ॥ তিনি গুণ ময়, যত জ্ঞান কৰ্ম্ম, কেবল বন্ধ কাৰণ। জানি তাক তেজি, একান্ত ভকতি, ভজিয়ো কৃষ্ণ চৰণ ॥ ৫৮ ॥ ৰজো গুণ তমো, গুণময় বৃত্তি, কেবল আসুৰী ভাৱ। শুদ্ধ সত্ত্ব বৃত্তি, দেৱৰ সম্পত্তি, লৈয়া ভজা কৃষ্ণ পাৱ ॥ ৫৯ ॥ মহন্তৰ সঙ্গে, হৰি কথা ৰসে, মনক জিনিয়ো ভাই। মায়াক তৰিয়া, হৰিক পাইবাৰ, উপায় আৰৰ নাই ॥ ৬০ ॥ হৰি গুণ নাম, শ্রৱণ কীৰ্ত্তনে, ভজিয়ো হৰি চৰণ। মনুষ্য হুইবাৰ, এহি মানে মাত্র, জানা নিজ প্রয়োজন ॥ ৬১ ॥ যাহাৰ জিহ্বাত, থাকয় সতত, হৰিৰ নাম মঙ্গল। সেহিসে মহন্ত, তাৰাৱেসে মাত্র, সিজয় ধৰ্ম্ম সকল ॥ ৬২ ॥ সমস্ত শাস্ত্রৰ, তত্ত্বক জানিয়া, নেড়য় নাম মুখত। সিতো মহাজনে, অপ্রয়াসে তৰে, সংসাৰ ঘোৰ দুঃখত ॥ ৬৩ ॥ ৰাম কৃষ্ণ ৰাম, কৃষ্ণ বোল ভাই, তেজিয়া লাজ আলাস। শাস্ত্র আচাৰ্য্যক, উপাসা কৰিয়া, ৰাসনা কৰা বিনাশ ॥ ৬৪ ॥ হৰিৰ কীৰ্ত্তন, যি জনে নকৰে, তাত পৰে নাহি দুঃখী। হৰিগুণ নাম, সন্তোষ অমৃত, পীয়ে যিতো সিতো সুখী ॥ ৬৫ ॥ হৰি সে চৈতন্য, আত্মা জ্ঞান ময়, আৰৰ সমস্তে জড়। বেদ বেদান্তৰ, সমস্ত শাস্ত্রৰ, এহিসে বিচাৰ বড় ॥ ৬৬ ॥ দেৱৰো দুৰ্ল্লভ, ঈশ্বৰ কৃষ্ণক, ভকতিসে কৰে বশ্য। আগম নিগম, গীত ভাগবত, শাস্ত্রৰ ইতো ৰহস্য ॥ ৬৭ ॥ যম কাল মায়া মৃত্যুতে

বেড়িয়া, আছে বাঘজালি কৰি। হেনয় জীৱক, কোনে বাঁধিবেক, বিনে কৃপাময় হৰি ॥ ৬৮ ॥ পাপ সাগৰত, তল নিয়াইলেক, বলে কলি দুৰাচাৰ। ৰাম নাম বিনে, পাপ এৰাইবাৰ, উপায় নাহিকে আৰ ॥ ৬৯ ॥ হৰিত শৰণ, লৈয়া যিতো জন, সদা ৰাম নাম গাৱে। হোকবা সকাম, নিষ্কাম তথাপি, কলিৰ দোষে নপাৱে ॥ ৭০ ॥ হৰি গুণ নাম, অমৃত সাগৰে, মজাযো মন নিপুণ। সুখে সংসাৰৰ, তাপ এৰাইবাহা, নচাৰিবা হৰি গুণ ॥ ৭১ ॥ সদায়ে ভাবিয়ো, ৰাম নাৰায়ণ, আলাস কেনে কৰস। মুখ মাঝে হৰি, নামৰ নিবাস, ভুলিবা কেমনে ৰস ॥ ৭২ ॥ গোপাল গোপাল, গোপাল গোপাল, গোপাল গোবিন্দ হৰি। ৰাম কৃষ্ণ ৰাম, কৃষ্ণ ৰাম কৃষ্ণ, বুলিয়ো আনন্দ কৰি ॥ ৭৩ ॥ শীঘ্ৰ কৰিযা, বোলা ৰাম হৰি, বিলম্ব নকৰা ভাই। কোননো নায়ক, যমৰ দায়ক, হৰিক সুহৃদ পাই ॥ ৭২ ॥ নমো নিৰঞ্জন, দানৱ গঞ্জন, ভকত ৰঞ্জন ৰাম। গোপাল গোবিন্দ, মুকুন্দ মুৰাৰি, বোল ভাই অবিশ্ৰাম ॥ ৭৫ ॥ হৰি পাৱে ধৰ, অন্যায নকৰ, দুৰ্জ্জন মন পামৰ। সাক্ষী হুয়া হৰি, হিয়াৰ ভিতৰে, আচা দেব দণ্ড ধৰ ॥ ৭৬ ॥ সদা ৰাম কৃষ্ণ, হৰি বোল ভাই, তেজিয়া মনে কপট। হৰিৰ তলৰ, লৈয়া যমদূত, চাপিয়া আছে নিকট ॥ ৭৭ ॥ ৰাম কৃষ্ণ ৰাম, কৃষ্ণ বোল ভাই, নামে নকৰিয়ো হেলা। হৰিৰ নামৰ, মাঝত সমস্তে ভকতি সুখৰ মেলা ॥ ৭৮ ॥ ৰামকৃষ্ণ হৰি, ৰামকৃষ্ণ হৰি, ভাবিয়ো ভাবক ভাই। ৰামকৃষ্ণ

হৰি, গোবিন্দ বুলিয়া, ৰাখিয়ো যমৰ দাই ॥ ৭৯ ॥ ৰাম কৃষ্ণ হৰি, ৰাম কৃষ্ণ হৰি, ৰাম কৃষ্ণ হৰি ৰাম। ৰাম কৃষ্ণ হৰি, বুলিয়া তেজিয়ো, ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥ ৮০ ॥ অজ্ঞান আন্ধাৰে, পৰিয়া জীৱৰ, জ্ঞান পথ ভৈল নাশ। নাম অগ্ৰ-নিয়া, বিনে আনমতে, ন পাৰে হৰিৰ পাস ॥ ৮১ ॥ ৰাম কৃষ্ণ নাম, অমৃত সাগৰে, যিতো জনে কৰে কেলি। তৃণ সম কৰি, সিতো মহাজনে, মুকুতিকো থ'ব ঠেলি ॥ ৮২ ॥ হৰি পদ মহা, থালি ৰাম নাম, অমৃতে আছে ভৰিয়া। কপট ঢাকন, ভাঙ্গি আৰে ভাই, সন্তোষ হুযোক পীয়া ॥৮৩॥ মহন্ত সবৰ, সঙ্গে ৰাম নাম, লৈয়ো অগ্ৰনিয়া কৰি। কপট ডুবাৰ, চিঁড়িয়া হৃদয়, ভাণ্ডাৰে দেখিযো হৰি ॥ ৮৪ ॥ ৰাম কৃষ্ণ ৰাম, কৃষ্ণ ৰাম কৃষ্ণ, ৰাম কৃষ্ণ ৰাম হৰি। আলাস তেজিয়ে, জপিযো হৰিক, জানি এক মন কৰি ॥ ৮৫ ॥ মহন্তৰ সঙ্গে, সদাযে মুখত, নচাৰিবা হৰি বাণী। তেবেসে চঞ্চল, ডুৰাচাৰ মন, হৈবে আসি এক জানি ॥ ৮৬ ॥ বোলা ৰামহৰি, গোপাল গোবিন্দ, মুকুন্দ যদু মুৰাৰি। নিত্য নিৰঞ্জন, যাৰ এক নামে, ভৱ তৰিবাক পাৰি ॥ ৮৭ ॥ ৰাম কৃষ্ণ হৰি, বোল শুন ভাই, অন্যায় নকৰ মনে। চৈধ্য সাক্ষী সমে, যমৰ দেৱান, দেখিযোক সৰ্ব্বক্ষণে ॥ ৮৮ ॥ ভজিয়ো হৰিৰ, চৰণ পঙ্কজে, তেজিয়া অন্যত্ৰ কাম। সমস্ত ধৰ্ম্মৰ, ফল ৰূপ জানি, নেৰিবা হৰিৰ নাম ॥ ৮৯ ॥ পীয়ু পীয়ু ভাই, ভাৱক সকল, হৰি নাম ৰসসাৰ। যাক পায়া মহা, মহন্ত কৰয়, মুকুতিকো পাৰহাৰ ॥ ৯০ ॥ শুনিয়া সজ্জন, ভজা নাৰায়ণ,

'এৰিয়া বিষম ৰাগ। হৰি সুস্থমৰে, আনসে আচৰে, সেহিসে যমৰ ভাগ॥ ৯১॥ গোপাল গোবিন্দ, মুকুন্দ শ্ৰীৰাম, জয় সনাতন হৰি। নিগম নিগূঢ, শ্ৰীহৰিৰ নাম, লৈযোক, যতন কৰি।। ৯২॥ কৰ কোন কাম, বোলা ৰাম ৰাম, তেজিয়া মুখে আলাপ। ভকতৰ সঙ্গে, হৰি গুণ গাই, বৈকুণ্ঠে কৰিয়ো বাস।। ৯৩।। আন-ধৰ্ম্ম যত, হৰিৰ নামৰ, ৰেণুকা নোহে সমান। হেন হৰি নাম, অমৃত সাগৰে, সন্তোষে কৰিয়ো পান।। ৯৪।। হৰিক আশ্ৰয়, জানিবা নিশ্চয়, সুখৰ মূল কাৰণ। হৰিত বিমুখ, দুঃখৰ কাৰণ, জানিবা নিষ্ঠ বচন॥ ৯৫॥ বিধিৰ কিঙ্কৰ, যতেক সাধন, তাক পাস কৰি থৈযো। বিধিৰ ঈশ্বৰ, হৰি গুণ নাম, তাহাতে শৰণ লৈয়ো।। ৯৬।। মুকুত সকলো, গাৱে ৰাম নাম, ৰসত অধিক জানি। মৃত্যুৰ মুখত, পৰি ৰাম নাম, নলৈবেক কোন প্ৰাণী।। ৯৭।। ৰাম নাম বিনে, মৃত্যু এৰা-ইবাৰ, আৰৰ উপায় নাই। মৃত্যু জিকিবাৰ, ইচ্ছা আছে যাৰ, ফুৰা ৰাম নাম গাই॥ ৯৮।। শাস্ত্ৰ গুৰু উপ, দেশে শিষ্য সবে, ঈশ্বৰক নে দেখয়। বুদ্ধিক সত্ত্বস্থ, কৰিয়া আপুন, আত্মাক দেখে নিশ্চয।। ৯৯।। শাস্ত্ৰ গুৰু উপ, দেশ ক্ৰম ৰাম, ব্যৱস্থা মাত্ৰ পালন। কেৱলে শিষ্যৰ, শুদ্ধ বুদ্ধি মাত্ৰ, জ্ঞানৰ হোৱে কাৰণ।। ১০০।। গুৰু উপদেশ, লব্ধ শিষ্য সবে, উপদেশ সাৰ ধৰা। যেবে ঈশ্বৰক, পাইবা যত্ন কৰি, বুদ্ধিক সত্ত্বস্থ কৰা।। ১০১।। শাস্ত্ৰ গুৰু সবে, শিষ্যক কৃপায়ে শুদ্ধ উপদেশ দিব। শিষ্য সবে শুদ্ধ, ভাৱে

নাচবিলে, তাৰা সবে কি কৰিব ॥ ১০২ ॥ শিষ্য সবে, যেবে, মহা শুদ্ধ ভাবে, উপদেশ আচৰয়। শাস্ত্র গুরু আপুনাকো দিতো শিষ্যে, তিনিকো ৰক্ষা কৰয় ॥ ১০৩ ॥ হৃদয় সুস্তুত, কৃষ্ণ চৰণক, প্রেম জৰি দিয়া চান্দা। পৰম সুদৃঢ়, ৰাম কৃষ্ণ নাম, কবচ গলত বান্ধা ॥ ১০৪ ॥ ৰাম কৃষ্ণ নাম অভেদ কবচ, সদায়ে যিতো পিন্ধয়। তিনি গুণ বৃত্তি, অস্ত্রৰ প্রহাৰে, তাক আৰ নিবিন্ধয় ॥ ১০৫ ॥ হিৰণ্য কশিপু, প্রহ্লাদ পুত্রক, নানান দুর্গতি দিল। হৰি নাম মহা কবচ প্রভাবে, তান লোম ন লৰিল ॥ ১০৬ ॥ একান্ত শৰণে, যিতো নাম লয়ে, ফুৰে হৰি তাঙ্ক ৰাখি। ইহাত যদ্যপি, সঞ্জাত নযাৱা, লোৱা প্রহ্লাদত সাখী ॥১০৭॥ জ্ঞানেবা অজ্ঞানে, মাধৱৰ নাম, যিজনে ফুৰে সুমৰি। তাক মোৰ বুলি, হাতে চক্র তুলি, ৰাখিয়া ফুৰন্ত হৰি ॥১০৮॥ গ্রাহ গ্রস্ত হুযা, গজেন্দ্র শৰণ, লৈলা ত্রাহি হৰি বুলি। তাহাঙ্ক তেখনে, ৰাখিলন্ত আসি, হাতে হৰি চক্র তুলি ॥ ১০৯ ॥ কাল গ্রাহে ধৰি, সবাকে গিলয়, চেতন নাহিকে মনে। ত্রাহি হৰি বুলি, পশিয়ো শৰণে, অভয় হৰি চৰণে ॥ ১০১ ॥ ভৃত্য ভয় হাৰী, অপৰ দেৱতা, নাহি হৰি সমসৰ। প্রপন্ন জনৰ, জানিবাহা হৰি, বজ্ৰ যেন পঞ্জৰ ॥ ১১১ ॥ হৰিৰ সেৱাত, নাহিকে প্রয়াস, জানিবা নিশ্চয় কৰি। নাম মাত্র লৈলে, হোৱন্ত সন্তোষ, কিনো কৃপাময় হৰি ॥ ১১২ ॥ শুনিয়ো চতুৰ, মহন্ত সকল, ফুৰা হৰি গুণ গাই। দুর্ঘোৰ কলিত, হৰি নাম বিনে,

আনমতে গতি নাই ।। ১১৩ ।। ঘোৰ কলি যুগে, যত ধৰ্ম্ম কৰ্ম্ম, সবে কৰিলেক দূৰ। যি জনে কেৱল, হৰি নাম লৱে, পুৰুষ সিতো চতুৰ ।। ১১৪ ।। বিষয় সম্বন্ধ, ইন্দ্ৰিয়ৰ সুখ, সমস্ত যোনিত পাই। পৰম দুৰ্ল্লভ, হৰিৰ ভকতি, মনুষ্যত পৰে নাই ।। ১১৫ ।। মনুষ্য জনম, লভিবাৰ ফল, হৰিৰ কীৰ্ত্তন, মাত্ৰ। হৰিৰ কীৰ্ত্তন, কৰি মহা সুখে, হোৱে ভকতিৰ পাত্ৰ ॥ ১১৬ ।। হৰি গুণ নাম, শ্ৰৱণ কীৰ্ত্তনে, কৰয় চিত্ত নিৰ্ম্মল। হৰিৰ চৰণে, কেৱল ভকতি, লভিবাহা সুমঙ্গল ।। ১১৭ ।। খেদ ।। কাল গ্ৰস্ত হুযা, ভৈলোঁ অচেতন, বয়স গোঁয়াইলোঁ হেলে। বান্ধব কৃষ্ণৰ, নামক ন লৈলোঁ হৰি ভকতৰ মেলে ॥ ১১৮ ।। তুমি নিত্য নিৰঞ্জন নাৰায়ণ, আমিয়ো অংশ তোমাৰ। তযু সেৱা চোৰ, পায়া মহা মায়া, মুহিলে মন আমাৰ ।। ১১৯ ।। কিনো অপৰাধ, কৰি আছোঁ আমি, বান্ধৱ মাধৱ প্ৰাণ। নাম ধৰি ডাকোঁ, হিয়াত থাকিযা, কেনে নেদা সন্নিধান ।। ১২০ ।। নিন্দা মহন্ত সবৰ, কেৱল জীৱন, হৰিৰ নাম মঙ্গল। হেন হৰি নাম, নলৈয়া কলিত, কৰিলা জন্ম বিফল ।। ১২১ ।। হৰিৰ পৰম, প্ৰিয়তম নাই, হৰি ভকতত পৰে। হেন ভকতক, বিজনে নিন্দয়, হৰিকে সে নিন্দা কৰে ।। ১২২ ।। হৰি ভকতৰ, দোষ ন ধৰয, যম কাল আৱো কলি। ইসব কথাক, যিতো নমানয়, তিনিতো কৰিযা বলি ।। ১২৩ ।। হৰি ভকতৰ, ছিদ্ৰ নধৰয, দুষ্ট শিৰোমণি কলি। হেন ভকতৰ, কিঞ্চিৎ ছিদ্ৰক, সৰ্ব্বক্ষে থাকে আবলি ।। ১২৪ ।।

হৰিৰ চৰণ, সদা আৰাধন্ত, ব্ৰহ্মা হৰ পুৰন্দৰ। হেন হৰি পাদে, শৰণ নলৱে, কিনো বুদ্ধি হীন নৰ ॥ ১২৫ ॥ মৃত্যুৰ মুখত, সদায়ে পৰিয়া, আচয় যিসব নৰে। সিতো নিদাৰুণ, হৰি নাম গুণ, কীৰ্ত্তন কেনে নকৰে ॥ ১২৬ ॥ ভাৰত ভূমিত, জনম লভিয়া, নভজে হৰি চৰণে। সিতো জ্ঞান শূন্য, পশুতো অধম, জনম লভিল কেনে ॥ ১২৭ ॥ মুকুতি সুখকো, তেজি মহাজনে, সদা ৰাম নাম ধৰে। হেন ৰাম নাম, মুখত তেজিয়া, কুমতি মনুষ্য মৰে ॥ ১২৮ ॥ মুকুতি সুখকো, তেজি মহাজনে, ৰাম নামে কৰে আশা। হেন হৰি নাম, নলৈযা কেমনে, মৰে মন্দ মতি নাশা ॥ ১২৯ ॥ মুখ ভৰি ভৰি, বোলা ৰাম হৰি, অক্ষয় পুণ্যক সঞ্চা। ৰাম না ভাবিযা, আন আচৰিযা, কেনে আপুনাক বঞ্চা ॥ ১৩০ ॥ হৰি কীৰ্ত্তনৰ, সময়ে যিজনে, থাকে আন কথা পাতি। অন্ত কালে নিযা, যম দূতে ধৰি, কৰে তাক উগ্ৰ শাস্তি ॥ ১৩১ ॥ বেদৰ ৰহস্য, হৰিৰ কীৰ্ত্তন, নুশুনিলে সাবধানে। যমৰ কিঙ্কৰে, তপত শলাক, বাহৱে তাহাৰ কানে ॥ ১৩২ ॥ আনন্দ সমুদ্ৰ, হৰিৰ কীৰ্ত্তনে, যিতো জনে নেদে চিত। সিতো মূঢ় মতি, হৰিৰ দুৰ্ল্লভ প্ৰসাদে ভৈল বঞ্চিত ॥ ১৩৩ ॥ মুকুত সকলো, হৰিৰ কীৰ্ত্তনে, কৰন্ত সদায়ে ৰতি। হেন কীৰ্ত্তনত, যিতো চিত্ত নেদে, যাইবে সিতো অধোগতি ॥ ১৩৪ ॥ কলিত জনম, লভিযা হৰিৰ, নামত নকৰে ৰতি। সিতো মূঢ় মতি, আন কেন মতে, সাধিবে আপুন গতি ॥ ১৩৫ ॥ শবদ ব্ৰহ্মৰ, পাৰ ভৈল

যিতো, কৃষ্ণত ভকতি নাই। তাৰ মাত্ৰ শ্ৰম, শ্ৰমে মাত্ৰ ফল, হেন বাখে বাঁজী গাই ॥ ১৩৬ ॥ ৰাজা প্ৰজা জানিলেক ভক্তি পথ, শঙ্কৰৰ মত শুদ্ধ। সিতো মত লাৰি, আন আচাৰয়, পৰম সিতো মুগুধ ॥ ১৩৭ ॥ আপুনো পণ্ডিত, মুহি মহন্তকো, মুপাসিলে কদাচিত। তথা-পিতো গুৰু, বোলাৱে কৃষ্ণৰ, মায়ায়ে হুয়া মোহিত ॥ ১৩৮ ॥ নজানে শাস্ত্ৰক, শিষ্যৰ সংশয়, নপাৰে দূৰ কৰিত। তাৰ উপদেশে, আনো নতৰয়, আপুনো ভৈল বঞ্চিত ॥ ১৩৯ ॥ শাস্ত্ৰ মত এৰি, যি কথা কহয়, কেৱল পাষণ্ড নয়। আচোক কৃষ্ণক, পাইবা কদাচিতো, মুগুচে সংসাৰ ভয় ॥ ১৪০ ॥ অন্ন যোনি কিছু, নকৰে বিচাৰ, জাতি কুল ভৈল ভ্ৰষ্ট। বৈষ্ণৱৰ বেশ, ধৰিবা ফুৰয়, বেদ পথ কৰি নষ্ট ॥ ১৪১ ॥ হৰি হৰি হৰি, কিনো ভৈল ইতো, কৃষ্ণৰ মায়াৰ বল। হৰি ভকতিৰ, পথত কপট, পাতিলেক অমঙ্গল ॥ ১৪২ ॥ শাস্ত্ৰৰ বিচাৰে, নজানে ভকতি, পৰমাৰ্থ মতি মূঢ়। হৰি কথা ছলে, কৰ্ণত কুমন্ত্ৰ, কহয় কৰিয়া গূঢ় ॥ ১৪৩ ॥ চাৰিযো জাতিৰ, নিজ পিতৃ কৃষ্ণ, জানিয়া যিতো নভজে। এহি পাপে নিজ, ধৰ্ম্ম ভ্ৰষ্ট হুয়া ঘোৰ নৰকত মজে ॥ ১৪৪ ॥ হৰিৰ চৰণ, নভজি নকৰে, আপুন দুঃখ খণ্ডিত। পৰমাৰ্থ তত্ত্ব, বিচাৰি কহিয়ো, কেমন সিতো পণ্ডিত ॥ ১৪৫ ॥ আপুনাৰ জন্ম, ভাৰত ভূমিত, লভিবেক যিতো নৰ। হৰিক নভজি, কৰিল বিফল, সিতো শোচ্য সমস্তৰ ॥ ১৪৬ ॥ হৰিৰ চৰণ, নভজি কেৱলে, পোষে পুত্ৰ ভাৰ্য্য মাত্ৰ। যম ৰাজা বুলি,

লভ্ভ সেহি জন, যম যাতনাৰ পাত্ৰ ॥ ১৪৭ ॥ হৰিৰ চৰণ, নিচিন্ত চিন্তয়, বিষয়ক দিনে ৰাতি। শাস্ত্ৰৰ সম্মতে, জানা সেই জন, ভৈল নিজ আত্মঘাতী ॥ ১৪৮ ॥ প্ৰাৰ্থনা ॥ তুমি সৰ্ব্বসাক্ষী, আত্মা হৃষীকেশ, জানাহা মোৰ চিত্তক। শৰণাগতক, মই আতুৰক, অপেক্ষা কৰা কিসক ॥ ১৪৯ ॥ হে কৃষ্ণ দেৱ, মই আতুৰক, চৰণে কৰা উদ্ধাৰ। তিনি তাপময়, সংসাৰ নিকাৰ, সহিতে নপাৰো আৰ ॥ ১৫০ ॥ বাহিৰে ভিতৰে, তুমি হৰি গুৰু, আচাহা চৈতন্য ৰূপে। দিয়োক সুমতি, তুমি বিনে গতি, নাহিকে কৈলোঁ স্বৰূপে ॥ ১৫১ ॥ হৰি ও হৰি, করুণা সাগৰ, কৰিয়ো কৃপা আমাক। প্ৰিয়তম আত্মা, সখা ইষ্ট গুৰু, মানিয়া আচোঁ তোমাক ॥ ১৫২ ॥ হে হৰি মোক, দুৰাচাৰ বুলি, নকৰিবা পৰিহাৰ। তুমি বিনে মহা, পতিত পাবন, কোন দেৱ আছে আৰ ॥ ১৫৩ ॥ নমো নমো ৰাম, কৃষ্ণ প্ৰভু দেৱ, তুমি মোৰ নিজ গতি। হুযোক সদয়, যিমতে বহয়, তোমাত নিৰ্ম্মল মতি ॥ ১৫৪ ॥ চৰণত ধৰোঁ, কাতৰ কৰোহোঁ, ইবাৰ নেৰিবা হৰি। পতিত পাবন, দেৱ নাৰায়ণ, নাহিকে তোমাৰ সৰি ॥ ১৫৫ ॥ নমো নমো কৃষ্ণ, তোমাৰ ভকতি, মুকুতিকো কৰি বলে। মোৰ তাকে মন, দিয়োক শৰণ, অৰুণ চৰণ তলে ॥ ১৫৬ ॥ এভৱ সাগৰে, মজি নাৰায়ণ, আতুৰ ভৈলো অপাৰ। দীন অনৰ্থক, তুমি কৃপাময়, চৰণে কৰা উদ্ধাৰ ॥ ১৫৭ ॥ হে হৰি তযু; মায়ায়ে আমাক, ভাণ্ডিছে কৰি কপট।

দূৰ কৰা মায়া, চাপোহেঁা তোমাৰ, চৰণ ছত্ৰ নিকট ॥ ১৫৮॥ পতিত পাবন, ৰাম নাৰায়ণ, চৰণে মোক উদ্ধাৰ। আমি পতিতক, পতিতপালন, নামৰ পৰীক্ষা কৰা॥ ১৫৯॥ পতিত পাবন, প্ৰভু নাৰায়ণ, প্ৰসিদ্ধ সমস্ত জনে। আমি মহাপাপী, শৰণ পশিলোঁ, ৰাখিয়ো নিজ চৰণে॥ ১৬০॥ হে হৰি মই, অনাথক দয়া, কৰিয়োক একবাৰ। কৃপা-ৰসে তিতি, অৰুণ বৰণ, চৰণ ভৈল তোমাৰ॥ ১৬১॥ কৃপাৰ সাগৰ, দৈবকী নন্দন, পূৰিযো মনৰ কাম। ভক-তৰ সঙ্গে, সদা নুগুচোক, মুখে তুযা গুণ নাম॥ ১৬২॥ কোটি কোটি ঘোৰ, অপৰাধ নিতে, কৰোঁ আসি দুৰা-শয়। হে হৰি মোক, দাস হেন মানি, ক্ষমিয়োক কৃপাময়॥ ১৬৩॥ অনাদি অনন্ত, অচিন্ত্য ঈশ্বৰ, তুমি সে নিত্য নিৰ্ম্মল। গুচায়ো কুমতি, ভজোঁহোঁ কেৱল তোমাৰ, পদ কমল॥ ১৬৪॥ হে ভগৱন্ত, ভজোঁহোঁ তোমাৰ, অভয় পদকমলে। মই অনাথক, ৰাখিয়ো ঈশ্বৰ, অৰুণ চৰণ তলে॥ ১৬৫॥ হে কৃষ্ণ কৃপা, ময় প্ৰভু মোক, কৰা কৃপা এহি মান। তোমাৰ চৰণে, ৰহোক আমাৰ, সদায়ে নিৰ্ম্মল জ্ঞান॥ ১৬৬॥ জয় জগবন্ধু, জগত কাৰণ, নাৰায়ণ নিৰাকাৰ। কেৱল তোমাৰ চৰণ পঙ্কজে, ৰহোক ৰতি আমাৰ॥ ১৬৭॥ দীন দয়াশাল, দেৱ দামোদৰ, দীনক নেৰিবা মোক। হেন কৃপাকৰা, তযু পদে মোৰ সহজ ৰতি মিলোক॥ ১৬৮॥ তোমাৰ চৰণ, সেবায় গোবিন্দ, নজানো এক উপায়। যিমতে সেবাত, ৰহিবো কৰুণা,

কৰিতে হৰি জুগায় ॥ ১৬৯ ॥ হে প্ৰাণ হৰি, দন্তে তৃণ ধৰি, মাগোঁহো তোমাৰ পাৱে। মোৰ মন মজি, তোমাৰ নামত, ৰহোকো হৰিৰ স্বভাৱে ॥ ১৭০ ॥ জ্বৰতাপ পীড়া, মৰণ সময়ে, কৰা হৰি কৃপা মোক। তযু গুণ নাম, শ্ৰবণ স্মৰণ, বচন গোচৰ হোক ॥১৭১ ॥ গোপিনীৰ ধন, ব্ৰজৰ জীৱন, মোহন ৰাম গোবিন্দ। পৰম সাদৰে, শিৰে তুলি ধৰোঁ, তযু পদ অৰবিন্দ ॥ ১৭২ ॥ নাম মহিমা ॥ কৃষ্ণৰ পৰম, নিৰ্ম্মল উদাৰ, কথাৰ যৈত প্ৰকাশ। গঙ্গা আদি কৰি, যত তীৰ্থ আছে, তৈতিসে কৰে নিবাস ॥ ১৭৩ ॥ শ্ৰীৰাম নাম, ভকত জনৰ, মহা ধন হীৰা বিত্ত। সংসাৰ সাগৰ, তাৰ দুৰ্গ পাৰ, শ্ৰীৰামনাম ৰিশ্চিত ॥১৭৪ ॥ শ্ৰীৰাম নাম, মল অৰণ্যৰ, বাড়ৱ অগনি সম। শ্ৰীৰাম নাম, মৰন উৎ-সব, ভূদ্ৰেতো ভদ্ৰ উত্তম ॥১৭৫ ॥ নাৰায়ণ নাম, নৰ সম স্তৱ, প্ৰসিদ্ধ চৌৰ বিশেষ। অনেক জন্মৰ, সঞ্চিত পাতক, স্মৰণে হৰে নিঃশেষ ॥১৭৬ ॥ ৰাম শবদৰ, ৰাপদ ভৈল, প্ৰচণ্ড বহ্নি নিশ্চয়। ম ৰাষ্ সমে, অধৰ্ম্ম অৰণ্য, দহিয়া ভস্ম কৰয় ॥১৭৭ ॥ কুকথা পাষণ্ড, সংবাদ বিবাদ, পৰ্ব্বত অতি নিষ্ঠুৰ। ৰাম কৃষ্ণনাম, বজ্ৰক প্ৰহাৰি, কৰা তাক মসিমুৰ ॥১৭৮ ॥ অপাৰ আনন্দ, ৰস ৰাম নাম, মুখত থাকে যাহাৰ। মুকুতি সুখকো, ধৰে প্ৰাশ কৰি, আন সুখ কোন চাৰ ॥১৭৯ ॥ যিতো মহাজনে, ঈশ্বৰ কৃষ্ণৰ, ভজয় পদ কমল। কুল উদ্ধাৰিল, আপুনো তৰিল, তাৰে সে জন্ম সফল ॥১৮০ ॥ সুদৃঢ় বিশ্বাস, কৰি যিতো জন,

সদা ৰাম নাম গাৱে। তাক বাপ দায়, দিয়া চুষ্ট কলি, দূৰতো দূৰ পলাৱে ॥ ১৮১ ॥ অলপ অক্ষৰ, ৰাম কৃষ্ণ নাম, কোমলতম সুকোমল। ৰাম কৃষ্ণ নাম, সবাৰো সুহৃদ, মঙ্গলৰো সুমঙ্গল ॥ ১৮২ ॥ মুকুত সবৰো, মনক টানিয়া, আনয় হৰিৰ গুণে। এক প্ৰাণ হুয়া, মহন্তে সকলে, গাৱয় কহয় শুনে ॥ ১৮৩ ॥ হৰিৰ নামৰ, অনন্ত প্ৰভাৱ, কোনে কহি পাৰে সীমা। সংসাৰ বিনাশে, হৰিকো প্ৰকাশে, নামৰ মহা মহিমা ॥ ১৮৪ ॥ হৰিৰ নামৰ, অনন্ত মহিমা, জানি মহাজনে গান্ত। আপুন নামৰ, মহিমাক হৰি, আপুনি অন্ত নপান্ত ॥ ১৮৫ ॥ হৰিৰ নামত, একোৱে বিঘিনি, নাহিকে জানা নিশ্চয়। আনো যত ধৰ্ম্ম, তাহাৰো বিঘিনি, নামেসে দূৰ কৰয় ॥ ১৮৬ ॥ ৰাম নাম মহা, প্ৰমত্ত সিংহৰ, ধ্বনি শুনি ৰিণী ৰিণী। পাপ ময়মত্ত, মাতঙ্গ পলাই, মিলিল হেৰা বিঘিনি ॥ ১৮৭ ॥ ৰাম কৃষ্ণ নাম, কীৰ্ত্তন খাড়ব, অগনিৰ শিখা লাগি। অসুৰ ৰাক্ষস, পাষণ্ড পিশাচ, পলাই দশ দিশে ভাগি ॥ ১৮৮ ॥ জয় জগজীৱ, জগত কাৰণ, জয়ন্তি জগনিবাস। তোমাৰ ভকতি, ৰসে মুকুতিকো, কৰে অতি উপহাস ॥ ১৮৯ ॥ কৃষ্ণ নাম ইতো, পৰম মঙ্গল, যাহাৰ থাকে বাক্যত। সিতো পুৰুষৰ, ভস্ম হুয়া যাই, মহাপাপ কোটি শত ॥ ১৯০ ॥ পৰম উজ্জ্বল, হৰি নাম বস্ত্ৰ, কণ্ঠত যিতো পিন্ধয়। তাহাৰ পুৰুষ, যতেক আচয়, সবাকে শোভা কৰয় ॥ ১৯১ ॥ পৰম প্ৰশান্ত, নাৰায়ণ পৰ, মুক্তৰো মাঝে বিৰল। এহি মানে

মাত্র, পুৰুষাৰ্থ সাৰ, হৰিৰ সেৱাৰ বল ॥ ১৯২ ॥ ধৰ্ম্মে পৃথিবীৰ, আগত কহিলা, মহা ভাগৱত ধৰ্ম্ম। মুকুতি সুখৰ, কেৱল আশ্ৰয়, জানা মাধৱৰ কৰ্ম্ম। ১৯৩॥ কৃষ্ণ গুণ নাম, ধৰ্ম্মসে পৰম, মঙ্গলৰো সুমঙ্গল। কৃষ্ণৰ কীৰ্ত্তন, ৰসেসে কেৱল, মুকুতি সুখৰ ফল ॥ ১৯৪॥ যি হেতু কৃষ্ণৰ, কীৰ্ত্তন ধৰ্ম্মত, নাহিকে পাত্ৰ নিয়ম। কেৱল কৃষ্ণৰ, কীৰ্ত্তনে কৰয, সমস্তকে নৰোত্তম ॥ ১৯৫ ॥ অন্যত্ৰ সাধনে, কোনো বিচক্ষণ, জনক মোক্ষ দিবয়। কৃষ্ণৰ জন্মৰ, কৰ্ম্মৰ কীৰ্ত্তনে, মুকুতিকো বিড়ম্বয ॥ ১৯৬॥ ৰাম হেন ইতো, দুগুটী অক্ষৰ, বলৰ নাহিকে সীমা। মুকুতি সুখকো, কৰিল অধীন, আচোক আন মহিমা ॥ ১৯৭ ॥ যিতো ৰুদ্ৰ দেৱে পৰম লীলাযে, জগতকে সংহৰন্ত। ৰামৰ নামৰ, তেঁহো হুযা বৃশ্য, দিনে ৰাত্ৰি সুমৰন্ত ॥ ১৯৮ ॥ নাৰাদ সনত, কুমাৰ অনন্ত, শুক মুনি আদি কৰি। মুকুতি সুখক, ঠেলি ৰাম নাম, সদায়ে ফুৰে সুমৰি ॥১৯৯ ॥ ইতো ৰাম নামে আপুনাৰ গুণ, ঈশ্বৰকো কাৰে বশ্য। এতেক জানিবা, ৰাম নাম বিনে, শাস্ত্ৰৰো নাহি ৰহস্য ॥ ২০০ ॥ চৈতন্য-ঈশ্বৰ, আদিত্য যাহাৰ, হিয়াত ভৈল প্ৰকাশ। কাল মেঘ প্ৰায়, অবিদ্যা আন্ধাৰ, তাহাৰ হোৱে বিনাশ ॥ ২০১ ॥ ভালুক বানৰ, ৰাক্ষস তৰিল, ৰামক কৰিযা সেৱ। হেনয় পৰম, কৃপালু দেৱতা, ৰাম বিনে নাহি কেৱ ॥২০২ ॥ নিৰ্গুণ কৃষ্ণৰ, গুণক প্ৰকাশ, কৰিলা শ্ৰীশঙ্কৰে। শ্ৰৱণ কীৰ্ত্তন, কৰে মহা সুখে, পাপীয়ো সংসাৰ তৰে ॥২০৩॥

পবম ইশ্বৰ, কৃষ্ণ দেৱতাৰ, গুণক নাহিকে অন্ত। ইহাৰ তত্ত্বক, জানিবা কেৱ'ল, শঙ্কৰে মাত্র জানন্ত ॥ ২০৪ ॥ ৰাম কৃষ্ণ হৰি, গোপাল গোবিন্দ, মুকুন্দ যদু মুৰাৰি। ভকতৰ ধন, হৃদয় ৰঞ্জন, ব্রজজন অধিকাৰী॥ ২০৫ ॥ ৰাম অনন্ত, প্রভু ভগৱন্ত,' ভকত ভয় ভঞ্জন। নিত্য নিৰঞ্জন, দানব গঞ্জন, সজ্জন জন ৰঞ্জন ॥ ২০৬ ॥ ৰাম কৃষ্ণ ৰাম, কৃষ্ণ ৰঘু পতি, ৰাঘৱ ৰঘুনন্দন। অনাদি অনন্ত, শিৱ সনাতন, অচ্যুত জগবন্দন ॥ ২০৭ ॥ দৈৱকী নন্দন, ৰাম নাৰায়ণ, জগত কাৰণ ৰাম। সৰ্ব্বদেৱ শিৰো, মণি নাৰায়ণ, সমস্ত সুখৰ ধাম ॥২০৮॥ নিৰাকাৰ নিৰাময় ন'ৰোত্তম, নাৰাযণ নিৰঞ্জন। মুকুন্দ মুৰাৰি, ভৱ ভয় হাৰি, ভকত জন ৰঞ্জন ॥ ২০৯॥ মাধৱৰ নাম, বৎস প্রায় ভৈল, ভক্তে তাঙ্ক লৈয়া যান্ত। বেদৰ ঈশ্বৰ, হৰি ধেনু জেন, তাৰ পাছে পাছে ধান্ত ॥ ২১০ ॥ তাৰা সবে পূজ্য, তাৰা সবে ধন্য, তাৰাসে সুহৃদ জন। কলিযুগে হৰি, আনকো বোলায়ে, আপুন কৰে কীৰ্ত্তন ॥ ২১১ ॥ হৰিক বান্ধৱ, বুলিযা যেজন, কৰয় হৰি কীৰ্ত্তন। সমস্ত শাস্ত্ৰৰ, তত্ত্বক জানিল, জানা সেহি মহাজন ॥ ২১২ ॥ যেবে হৰি পদে, শৰণ পসিযা, হৰি নাম লবে মুখে। হৰিৰ প্রসাদ, পাৰয় সিজনে, মায়াকো তৰয সুখে ॥২১৩॥ ধন্য কলি যুগ, ধন্য ৰাম নাম, ধন্য ধন্য নৰ কায়া। ভাগ্যহীন জনো, জপি ৰাম নাম, তৰয দুস্তৰ মায়া ॥ ২১৪ ॥ কলিৰ লোকৰ, ভাগ্যৰ মহিমা, কোনে কহি পাৰে পাৰ। হৰি গুণ নাম, কলিৰ স্বধৰ্ম্ম, সমস্ত,

শাস্ত্রব সাৰ ॥ ২১৫ ॥ হৰি কথা ৰস, নির্ম্মল অমৃত, যিতো জনে পান কৰে। সংসাৰ মধ্যত, সিসি জন মাত্র, সফল জনম ধৰে ॥ ২১৬ ॥ হৰি নাম ৰসে, বৈকুণ্ঠ প্রকাশে, প্রেম অমৃতৰ নদী। শ্রীমন্ত শঙ্কৰে, পাৰ ভাঙ্গি দিলা, বহে ব্রহ্মাণ্ডক ভেদি ॥ ২১৭ ॥ গোবিন্দৰ প্রেম, অমৃতৰ নদী, বহে বৈকুণ্ঠেৰ পৰা। চাৰি পুৰুষার্থ, তাহাৰ নির্ঝৰা, হৰি নামে মূল ধৰা ॥ ২১৮ ॥ হৰি ভক্তি দান, দিয়া জগতক, তাৰিলা সংসাৰ সিন্ধু। হেনয় কৃপালু, শঙ্কৰ বিনাই, নাহি নাহি আৰ বন্ধু ॥ ২১৯ ॥ হৰি ভকতিৰ, পাতিলন্ত হাট, শঙ্কৰে জগত জুৰি। ৰাম নাম ৰত্ন, বিকাযা জগতে, চলয় বৈকুণ্ঠপুৰী ॥ ২২০ ॥ শ্রীমন্ত শঙ্কৰ, হৰি ভকতৰ, জানা জেন কল্পতরু। তাহান্ত বিনাই, নাই নাই নাই, আমাৰ পৰম গুরু ॥ ২২১ ॥ নিবেদন ॥ কতনো অমোঘ, অপৰাধ হৰি, কৰিযা আছো প্রচুৰ। বুদ্ধিত থাকিয়া, নেদাহা সুবুদ্ধি, কৃপাৰ হুয়া ঠাকুৰ ॥ ২২২ ॥ যিহেতু তোমাৰ চৰণ পঙ্কজে, নভজিলো নাৰায়ণ। সিহেতু অনাদি, অবিদ্যা আমাৰ, কৰিল জ্ঞান উচ্ছন্ন ॥ ২২৩ ॥ তুমি নিজ পিতৃ, গুরু ইষ্ট দেৱ, নভজো তোমাৰ পাৱে। এহি দোষে মোক, যম দূতে ধৰি, যাতনা দুঃখ ভুঞ্জাৱে ॥ ২২৪ ॥ তুমি প্রিয় আত্মা, পৰম দেৱতা, তোমাত ভৈলো বিমুখ। এতেকে তোমাৰ, মায়াযে আমাক, দিলেক সংসাৰ দুঃখ ॥ ২২৫ ॥

কলিকর্ম্ম নির্ণয় ॥ সত্যাদিৰ লোকে, কলিতজনম, বাঞ্ছা কৰে নিৰন্তৰ। হৰিগুণ গায়া, নিশ্চয়ে কলিত, হৈবে

নাৰায়ণ পৰ ॥ ২২৬ ॥ ঘোৰ কলি যুগে, পাইল সৰ্ব্ব ধৰ্ম্ম, বৰ্জ্জিত ভৈল নিশ্চয়। নাৰায়ণ পৰ, ভৈলে কৃত কৃত্য, হোবয় নাহি সংশয় ॥ ২২৭ ॥ হৰি গুণ নাম, কীৰ্ত্তনে কলিৰ, কল্মষ কৰি বিনাশ। অনায়াসে ঘোৰ, সংসাৰ তৰিয়া, পাৱয় হৰিৰ পাশ ॥ ২২৮ ॥ সমস্ত শাস্ত্ৰৰ, পৰম নিৰ্ণীত, হৰি গুণ নাম মাত্ৰ। কলিৰ পৰম, মলিন মনুষ্য, সি ধৰ্ম্মৰ ভৈল পাত্ৰ ॥ ২২৯ ॥ কলিৰ লোকক, পৰম কৃপালু, কৃষ্ণে কৰিলন্ত দয়া। মোৰ গুণ নাম, গায়া মহা সুখে, তৰোক দুস্তৰ মায়া ॥ ২৩০ ॥ কলিৰ মনুষ্য, ভৈল ভাগ্যহীন, পাপ সাগৰত মজি। হেন পাপী সবো, কৃষ্ণ গুণ গাযা, তৰয় কৃষ্ণক ভজি ॥ ২৩১ ॥ কলিৰ লোকৰ, যি ভাগ্য মিলিল, কহিযা, অন্ত নপাই। নিৰন্তৰে লোক, নাৰায়ণ পৰ, হোৱে হৰি, গুণ গাই ॥ ২৩২ ॥ সুকৃত কোটীৰ, মাঝত দুৰ্ল্লভ, জানা নাৰাযণ পৰ। কলি যুগে হেন, নাৰাযণ পৰ, হৈবে লোক নিৰন্তৰ ॥ ২৩৩ ॥ কলিত হৰিৰ, কীৰ্ত্তনত সুখে, সৰ্ব্ব পুৰুষাৰ্থ পাই। হৰিৰ কীৰ্ত্তন, বিনাই কলিত, আন মহা লাভ নাই ॥ ২৩৪ ॥ কলিৰ মলত, মজিলোঁ গোবিন্দ, গতি মোৰ নাহি আন। তোমাৰ নামত, কৰিলোঁ আশ্ৰয়, জানিয়া, ধৰ্ম্ম প্ৰধান ॥ ২৩৫ ॥ চৈতন্য আদিত্য, হৃদয় আকাশে, সৰ্ব্বদায়ে প্ৰকাশয়। উদয়াস্ত নাই, সন্ধ্যা উপাসনা, কৰিবো কোন সময ॥ ২৩৬ ॥ যিহেতু গোবিন্দ, নিজ যশ প্ৰিয়, ভকত বৎসল হৰি। সিহেতু সদায়ে, নাম গুণ শুনি, থাকন্ত আনন্দ কৰি ॥ ২৩৭ ॥

পৰম নির্ম্মল, ধর্ম্ম হৰি যশ, জগত পাবন কাৰী। তাহেসে আপুন, যশত সান্তাষ, ঈশ্বৰ প্ৰভু মুৰাৰি ॥ ২৩৮ ॥

ঈশ্বৰক পুৰুষ লক্ষণ ॥ ঈশ্বৰ কৃষ্ণৰ, শুনিয়ো মহা, পুৰুষ লক্ষণ সাৰ। ত্ৰিগম্ভীৰ সপ্ত, ৰক্ত পঞ্চ দীৰ্ঘ, উন্নত চয় প্ৰকাৰ ॥ ২৩৯ ॥ গমন গম্ভীৰ, বচন গম্ভীৰ, গম্ভীৰ নাভি কমল। এহি ত্ৰিগম্ভীৰ, স্মৰণে কৃষ্ণৰ, মিলয মহা মঙ্গল ॥ ২৪০ ॥ অৰুণ নয়ন, অধৰ দশন, অৰুণ কৰ চৰণ। নখ ৰেখা চয়, অৰুণ কৃষ্ণৰ, স্মৰণে দুঃখ তৰণ ॥ ২৪১ ॥ সুদীৰ্ঘ নয়ন, গ্ৰীৱা বাহু পদ, কৰৰ অঙ্গুলি চয়। এহি পঞ্চ দীৰ্ঘ, স্মৰণে কৃষ্ণৰ, মিলে মহা মহোদয় ॥ ২৪২ ॥ কন্ধ উন্নত, ভ্ৰুব নাসা পদ, উন্নত নখ হৃদয়। এহি চয় স্থান, উন্নত কৃষ্ণৰ, স্মৰণে মোক্ষ মিলয় ॥ ২৪৩ ॥

যুগ ধৰ্ম্ম নিৰ্ণয় ॥ মিনতি বচন, বোল সৰ্ব্বজন, শুনিয়ো শাস্ত্ৰৰ মৰ্ম্ম। আপুন কুশল, চাবা যেবে তেবে, নেড়ি বাহা যুগধৰ্ম্ম ॥ ২৪৪ ॥ সত্য যুগে ধ্যান, ত্ৰেতা যুগে যজ্ঞ, দ্বাপৰ যুগত পূজা। কলিত হৰিৰ, কীৰ্ত্তন বিনাই, আৰৰ নাহিকে দুজা ॥ ২৪৫ ॥ কলিত হৰিৰ, কীৰ্ত্তন বিনাই, অন্যত্ৰ ধৰ্ম্ম আচৰে। মিছাত কেৱল, শ্ৰম মাত্ৰ পাৱে, একোৱে ফল নধৰে ॥ ২৪৬ ॥ কলিত হৰিৰ, কীৰ্ত্তন এড়িয়া, আন মতে চাহে গতি। যেন কুলবধূ, নিজ স্বামী তেজি, ভজে গৈয়া উপপতি ॥ ২৪৭ ॥ সংসাৰ তৰিবে, ইচ্ছা আছে যাৰ, কৰিয়ো হৰি কীৰ্ত্তন। পৰম নিৰ্ম্মল, গতি পাইয়া সুখে চিন্তিয়া কৰ্ম্ম বন্ধন ॥ ২৪৮ ॥ সকল নিগম, কল্পতরু

তাৰ, ফল মহা ভাগবত ; সেহি ফল ৰস, হৰি গুণ যশ, পীয়োক সাধু সঙ্গত ॥ ২৪৯ ॥ পৰম কৃপালু, শ্ৰীমন্ত শঙ্কৰ, লোকক কৰিয়া দায়া। হৰিৰ নিৰ্ম্মল, ভকতি প্ৰকাশ, কৰিলা শাস্ত্ৰক চায়া ॥ ২৫০ ॥

---

ঈশ্বৰ নিৰ্ণয়।

পদ। প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ। সমস্তৰে আত্মা হৰি পৰম বান্ধৱ ॥ ১ ॥ শৰণ ॥ হে কৃষ্ণ তয়ু পাৱে পশিলো শৰণ। মই অনাথৰ নাথ তুমি নাৰায়ণ ॥ ২ ॥ ভজন ॥ নাৰায়ণ হৰি ৰাম গোপাল গোবিন্দ। ভজহোঁ তোমাৰ দুই পদ অৰবিন্দ ॥ ৩ ॥ নমস্কাৰ ॥ নমো হৰি নাৰায়ণ ৰাম ৰাম ৰাম। সৰ্ব্ব ধৰ্ম্ম শিৰোমণি তুয়া গুণ নাম ॥ ৪ ॥ বন্দো গোবিন্দ ৰাম মুকুন্দ মাধৱ। যাক সুমৰণে তৰি পাপ পৰাভৱ ॥ ৫ ॥ নমো কি নমো ৰাম নমো নাৰায়ণ। অনাদি অনন্ত সন্ত শিৱ সনাতন ॥ ৬ ॥ জয় নমো নাৰায়ণ দৈৱকী নন্দন। পৰম পুৰুষ সদাশিৱ সনাতন ॥ ৭ ॥ উপদেশ ॥ হৰি বোল হৰি বোল কৰি মন স্থিৰ। তেবে সে সফল হোৱে মনুষ্য শৰীৰ ॥ ৮ ॥ হৰি গুণ গায়ো ভাই কৰিয়া উৎসৱ। গুণেতে সে তুষ্ট গুণ লুব্ধ মাধৱ ॥ ৯ ॥ আনন্দ কৰিয়া হৰি গুণ গাবা যেবে। ভৱসিন্ধু তৰিয়া হৰিক পাইবা তেবে ॥ ১০ ॥ হৰিগুণ নাম গাৱ আনন্দ কৰি মনে। চিন্তামণি তনু ভাই বিফল কৰ কেনে। ১১ ॥ আন পৰি হৰিয়া হৰিক মনে ধৰ। হৰি

গুণ গায়া ভাই জন্ম সফল কৰ ॥ ১২ ॥ লৈয়ো হৰি নাম সাতে পাকে হুয়া সাজু। আপন্ হুৱে পলাই যাবে কাল মায়া বাঁঝু॥ ১৩ ॥ চেতন লভিয়া ভাই ভজিযো হৰিক-ন আন পৰি হৰি হুয়ো ভকতি ৰসিক ॥ ১৪ ॥ লৈয়ো হৰি নাম গুণ বিঘিনি বিহীন। আনন্দে ভাবিয়ো ৰাম কিবা ৰাত্রি দিন ॥ ১৫ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই মুখে। ৰাম কৃষ্ণ সুমৰি বসিয়া থাক সুখে ॥ ১৬ ॥ ৰাম কৃষ্ণ হৰি বোল তেজি ভয় লাজ। হৈবন্ত বেকত হৰি হৃদয়ৰ মাঝ ॥ ১৭ ॥ যিতো ৰাম কৃষ্ণ হৰি বোলয় সৰ্ব্বথা। তাৰ সঙ্গ এৰি হৰি যাইব আৰ কথা ॥ ১৮ ॥ ৰাম কৃষ্ণ বোল ভাই ৰাম কৃষ্ণ বোল। কোটি কোটি ব্রহ্মাণ্ড নামৰ নোহে মোল ॥ ১৯ ॥ ৰাম কৃষ্ণ ভাবিতে ছুটয় কাল পাশ। সদা ৰাম হৰি বোল তেজিযা আলাস ॥ ২০ ॥ হৰি গুৰু পদ সেৱা খাণ্ডা ডাটি ধৰ। মন বৈৰি কাটি সুখে ভৱ নদী তৰ ॥ ২১ ॥ ৰাম কৃষ্ণ নিৰঞ্জন নিৰঞ্জন হৰি। সদা ৰাম কৃষ্ণ ভাবি যায়ো ভৱ তৰি ॥ ২২ ॥ ভজিয়ো হৰিক যেবে চেতন আচয়। তেবেসে এড়াইবা সুখে সংসাৰৰ ভয় ॥ ২৩ ॥ ৰাম কৃষ্ণ ভাবিয়ো মিলোক মহা ভাগ। ৰাম কৃষ্ণ ভাবিতে কৃষ্ণক পাইবা লাগ ॥ ২৪ ॥ হৰিৰ নামত ভাই নেড়িযো ভাৰসা। সকল ধৰ্ম্মৰ হৰি নাম মাঝে বাসা ॥ ২৫ ॥ সন্ত উপদেশে হৰি চৰণে ভজিয়া। হৰি নাম নিৰমল আনন্দে মজিযো ॥ ২৬ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম। জনম সফল চৌক জপ

অবিশ্রাম ॥ ২৭ ॥ মাধৱৰ ৰঙ্গা ডুই চৰণে ধৰিয়া। ৰাম নাম ৰস পীয়ো অঞ্জলি ভৰিয়া ॥ ২৮ ॥ গুণ ময় সাধ্য সাধনক পৰিহৰি। কৃষ্ণ কথা ৰস পীয়ো. কৰ্ণাঞ্জলি ভৰি ॥ ২৯ ॥ যত জীৱ ৰাশি ফুৰে কুশলক চাই। হৰি নাম বিনে তাৰ মহা লাভ নাই ॥ ৩০ ॥ হৰি নাম গাৱন্তে কিঞ্চিতো নাহি দুঃখ। গুচে ভয় মিলয় পৰমানন্দ সুখ ॥ ৩১ ॥ হৰি কীৰ্ত্তনত যাৰ মিলয় সন্তোষ। সৰ্ব্ব সুখ ভাগী হোৱে হৰে কলি দোষ ॥ ৩২ ॥ লৈয়ো হৰি নাম ভাই তেজিয়া আলাস। মিলিবে মঙ্গল গুচিবেক ভৱ পাশ ॥ ৩৩ ॥ যিতো জনে ফুৰে সদা হৰি গুণ গায়া। হৰিৰ কৃপাত সিতো সুখে তৰে মায়া ॥ ৩৪ ॥ ৰাম নাম লৈয়ো ভাই আলাস নকৰ। নিকট চাপিয়া আছে যমৰ কিঙ্কৰ ॥ ৩৫ ॥ কৃষ্ণ কথা শুনে গাৱে যিতো শ্ৰদ্ধা কৰি। অল্প কালে হিয়াত প্ৰবেশ হোন্ত হৰি ॥ ৩৬ ॥ অপাৰ আনন্দ ৰস ৰাম কৃষ্ণ বাণী। ৰাম কৃষ্ণ নাম মুখে নচাড়িবা জানি ॥ ৩৭ ॥ জপ ৰাম নাম ভাই ভাৱক সকল। ৰাম নাম বিনে নাহি পৰম মঙ্গল ॥ ৩৮ ॥ ভাবিয়ো ভাবক ভাই ৰাম নাম সাৰ। নিগমে নকহে ৰাম নাম বিনে আৰ ॥ ৩৯ ॥ কৃষ্ণ পদ সেৱা সুখ পৰম দুৰ্ল্লভ। হৰি সেৱা বিনে আন সকলে সুলভ ॥ ৪০ ॥ কৃষ্ণ পাদ পদ্ম ভৈল যাহাৰ আশ্ৰয়। তাহাৰে সে গুচয় নিঃশেষ দুঃখ ভয় ॥ ৪১ হৰি কীৰ্ত্তনত ভাই নকৰিয়ো হেলা। এহিসে ৰাখিবে ঘোৰ সঙ্কটৰ বেলা ॥ ৪২ ॥ হৰি পদ পঙ্কজত পশিয়ো

শৰণে। দিয়োক একান্তচিত্ত কৃষ্ণৰ কীৰ্ত্তনে ॥ ৪৩॥ দুৰ্ল্লভত দুৰ্লভ হৰিৰ গুণ নাম। জানিয়া কীৰ্ত্তন কৰা তেজি আন কাম ॥ ৪৪ ॥ হৰি গুণ কীৰ্ত্তন কলিৰ নিজ ধৰ্ম্ম। জানিবাহা সমস্ত শাস্ত্ৰৰ তত্ত্ব মৰ্ম্ম ॥ ৪৫ ॥ ৰাম নাম লৈয়া পাপী জন তৰে সুখে। হেন ৰাম নামৰ ভণ্ডাৰ ভৈল মুখে ॥ ৪৬ ॥ যি মুখে বুলিবা ৰাম সি মুখে ভণ্ডাৰ। সদায়ে ভাবিয়ো ৰাম ক্ষয় নাহি আৰ ॥৪৭॥ ভাবিতে ভাবিতে ৰাম ৰস চড়ে আতি। আনন্দে ভাবিযো ৰাম কিবা দিবা ৰাতি ॥ ৪৮ ॥ অনন্ত ৰসৰ নিধি ৰাম কৃষ্ণ নাম। মুখ ভৰি ভৰিয়া সদাযে বোল ৰাম ॥ ৪৯ ॥ সদায়ে ভাবিতে ৰাম যাৰ ৰস বাঢ়ে। ৰাম কৃষ্ণ নামে তাৰ তাহাক ন চাড়ে ॥ ৫০ ॥ হৰিসেবা বিনে আন সকল অসাৰ। এহি মানে মাত্ৰ সৰ্ব্বশাস্ত্ৰৰ বিচাৰ ॥ ৫১ ॥ মুখৰ মাঝে নামৰ ভণ্ডাৰ ভৈল কত ভাগে। আনন্দে ভাবিয়ো ৰাম যাৰ যত লাগে ॥ ৫২ ॥ মনে মুখে এক কৰি সদা বোলা ৰাম। লভিবা পৰমানন্দ দুৰ হৈবে কাম ॥৫৩॥ ৰাম কৃষ্ণ নামে যাৰ মুখে ভৈল গীত। নামৰ প্ৰসাদে সিতো ভৈল কৃত্যকৃত ॥ ৫৪ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই ঝাঁটে। ন চলিবা তেবেসে দুৰ্ঘোৰ যম বাটে ॥ ৫৫ ॥ ৰাম কৃষ্ণ নাম ৰসে চিত্তক ভিজাৱ। বোল ৰাম কৃষ্ণ হৰি তেজি লাজ ভাৱ ॥ ৫৬ ॥ ৰাম কৃষ্ণ নামেসে স্বধৰ্ম্ম ভৈল যাৰ। যম কাল মায়াৰ গুচিল অধিকাৰ ॥ ৫৭ ॥ ৰাম কৃষ্ণ নাম যাৰ থাকয় মুখত।

যম যমদূতক নেদেখে সপনত ॥ ৫৮ ॥ ৰাম কৃষ্ণ নাম সদা লবে যিতো নৰে। যম ৰাজা তাহাৰ লিখন দূৰ কৰে ॥ ৫৯ ॥ ৰাম কৃষ্ণ নাম সদা ফুৰে যিতো গাই। তাহাৰ সে সমস্ত বিঁঘিনি ভৈল চাই ॥ ৬০ ॥ ৰাম কৃষ্ণ নাম যাৰ মুখত থাকয় ॥ তাহাৰে সে জানিবা মিলিল মহোদয় ॥ ৬১ ॥ ৰাম কৃষ্ণ কীৰ্ত্তনে স্বভাৱ ভৈল যাৰ। সিয়ো ভৈল হৰিৰ হৰিয়ো ভৈল তাৰ ॥ ৬২ ॥ ৰাম কৃষ্ণ নামক সততে যিতো গাৱে। তাক হৰি ৰাখিয়া ফুৰন্ত সৰ্ব্ব ভাৱে ॥ ৬৩ ॥ ৰাম কৃষ্ণ নাম যিতো সতত সুমৰে। হৰিৰ পৰম প্ৰিয় ভৈল সিতো নৰে ॥ ৬৪ ॥ ৰাম বুলি তৰে মহা মহা অন্ত্য জাতি। যিতো নাম নলৱে হীনতো হীন আতি ॥ ৬৫ ॥ ৰাম কৃষ্ণ বুলিয়া সংসাৰ সুখে তৰে। ৰাম কৃষ্ণ নুবুলি জনম জুঠা কৰে ॥ ৬৬ ॥ ৰাম নুবুলি তৰিবা কিসে সমে। ৰাম নাম ন লৈলে ধৰিয়া নিব যমে ॥ ৬৭ ॥ হৰিকো প্ৰকাশ কৰে ৰাম কৃষ্ণ নামে। হেন নাম ন লৈয়া মৰয় কোন কামে ॥ ৬৮ ॥ গাৱো ভোট যৱনে হৰিৰ নাম লয়। হেনয় হৰিৰ নাম সজ্জনে নিন্দয ॥ ৬৯ ॥ হৰি নামে কৰে অন্ত্য জাতিকো মুকুত। সজ্জনে নামক নিন্দে কিনো অদভুত ॥ ৭০ ॥ মহা পাপী তৰে হৰি নামৰ কীৰ্ত্তনে। হেন নাম ন লৈয়া সজ্জন ভৈল কেনে ॥ ৭১ ॥ দুঃখময় ক্ষুদ্ৰ বিষয়ক আশা কৰি। একান্তে ন ভজে পূৰ্ণানন্দ মহা হৰি ॥ ৭২ ॥ আপুনি ন লৱে নাম আনকো নিন্দয়। কোটি জনমকো লাগি দুৰ্ঘোৰ সঞ্চয় ॥ ৭৩

হৰি নামে কৰে সংসাৰ বন্ধ ছেদ। হেন নামে নাহি ইচ্ছা কিনো ভৈল খেদ ॥ ৭৪ ॥ ৰাম কৃষ্ণ হৰি নাম নিগম নিগূঢ়। সদা সুমুৰঁৰে কেনে পাপমতি মূঢ় ॥ ৭৫ ॥ হৰি পদ সেৱা সুখ ভকতে জানয়। আন জনে আৰ গন্ধ মাত্ৰো ন পাৱয় ॥ ৭৬ ॥ হৰি পদে শুদ্ধ ভাৱে যিজনে ভজয়। হৰি নাম লৈয়া সুখে দুৰ্গতি তৰয় ॥ ৭৭ ॥ মানৱী জনম পাই হৰি ন ভজিলা। অৱশ্যে হৈবাহা ভাই তৃণ তৰু শিলা ॥ ৭৮ হৰি কীৰ্ত্তনক যিতো জনে হেলা কৰে। আপুনাক আপুনি বঞ্চিলে সিতো নৰে ॥ ৭৯ ॥ মনুষ্য শৰীৰ পাই কৃষ্ণক ন ভজে। এহি মান দোষে ঘোৰ নৰকত মজে ॥ ৮০ ॥ মৃত্যুৰ মুখত পড়ি ন ভজে হৰিক। সিতো অধমৰ জীৱনত ধিক ধিক ॥ ৮১ ॥ হৰি পদে নভজে শাস্ত্ৰৰ সাৰ বুজি। বেঙ্কা মুয়া যম দূতে তাক ফুৰে খুজি ॥ ৮২ ॥ নৰ তনু পায়া হৰি নভজে যি নৰে। সংসাৰৰ অনন্ত যোনিত ভ্ৰমি মৰে ॥ ৮৩ ॥ দুৰ্লভ শৰীৰ পাই হৰি ন ভজিল। দুৰ্ঘোৰ সংসাৰ সিতো সমূলে মজিল ॥ ৮৪ ॥ কলি যুগে হৰি নাম নকৰে কীৰ্ত্তন। আপুনাক আপুনি বঞ্চিলে সিতো জন ॥ ৮৫ ॥ হৰি ভক্তি হৰি নাম নলৱে সাক্ষাত। আপুনাক আপুনি কৰিল আত্ম-ঘাত ॥ ৮৬ ॥ ব্ৰহ্মাৰ প্ৰাৰ্থনী ইতো নৰতনু পায়া। ন ভজিলে হৰিক বঞ্চিলে বিষ্ণু মায়া ॥ ৮৭ ॥ একান্ত শৰণে যিতো নভজিলে হৰি। দুৰ্ঘোৰ যাতনা ভুঞ্জিবেক মৰি মৰি ॥ ৮৮ ॥ হৰি পদ সেৱা সৰ্ব্ব শাস্ত্ৰৰ নিৰ্ণয়। মূঢ় মতি মনুষ্যে ইহাক ন জানয় ॥ ৮৯ ॥ হৰিকো কৰয় বশ্য কীৰ্ত্তন ভকতি। হেন

নাম ন ধৰিয়া যায় অধোগতি ।। ৯০ ।। ৰাম কৃষ্ণ হৰি নাম মুখে থাকে যাৰ। সেহিসে হৰিৰ প্ৰিয় হৰি ভৈল তাৰ ।৯১॥ ৰাম কৃষ্ণ হৰি যিতো সততে বোলয়। সিতো মহাজনে মুকুতিকো ন গণয় ।। ৯২ ।। ৰাম কৃষ্ণ নাম ভকতৰ মহা ধন। সদা নাম লৱয় আনন্দ কৰি মন ।। ৯৩। অনন্ত নাৰদ শুক সনতকুমাৰ। তাৰা গাৱে হৰি যশ জানি যোগ সাৰ ॥ ৯৪ ।। হৰি নাম কীৰ্ত্তনৰ শবদ তুমুল। আনন্দৰ ভৰে হোৱে ভকত আকুল ।। ৯৫ ।। ৰাম কৃষ্ণ নামৰ দেখিয়ো কেন বল। অধমকো কৰে নামে পৰম নিৰ্ম্মল ।। ৯৬ ।। হৰি নামে নাহিকো নিয়ম অধিকাৰী। ৰাম বুলি তৰে মিৰি অসম কচাৰি ।। ৯৭ ।। ৰাম কৃষ্ণ নাম সম নাহিকে বান্ধৱ। ৰাম কৃষ্ণ নামে মিলে পৰম উৎসৱ ।। ৯৮ ।। ভকত জনৰ হৰি নামে সে সৰ্ব্বস। মুকুতিকো ঠেলি আগ হোৱে হৰি যশ ।। ৯৯ ।। ৰাম কৃষ্ণ নামেসে চিন্তয় কৰ্ম্ম বন্ধ। মিলয় সমস্ত সুখ পৰম আনন্দ ।। ১০০ ।। ৰাম কৃষ্ণ ভাবিতে তেজয় কাল সাপে। হৰি ভকতক দুঃখ দিবে কাৰ বাপে ।। ১০১ ।। হৰিৰ কীৰ্ত্তন শুনি হুযা মহাভয়। কাল মৃত্যু দুয়োতৰ কৰিয়া কম্পয় ।॥ ১০২ ।। কেমনে জানিব হৰি নামৰ মহিমা। ব্ৰহ্মা হৰ অনন্তে নপান্ত যাৰ সীমা ।। ১০৩ ।। হৰি গুণ নাম যশ ভকতি উত্তম। যাৰ ধ্বনি শুনি কম্পে কলি কাল যম ।। ১০৪ ।। হৰি নামে যত পাপ সংহৰিতে পাৰে। ততেক পাতকী পাপ কৰিতে নপাৰে ।। ১০৫ ।। ৰাম কৃষ্ণ গোপাল গোবিন্দ

যদুমণি। ৰাম কৃষ্ণ নাম মহা পাপৰ অগনি ॥ ১০৬ ॥ ৰাম কৃষ্ণ নামৰ মহিমা অদভুত। নিকট চাপিয়া কি কৰিবে যম দূত ॥ ১০৭ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ। ভাবিতে পৰম সুখ ভয় নাহি আৰ ॥ ১০৮ ॥ ৰাম কৃষ্ণ নাম সৰ্ব্ব সুখৰ নিবাস। ৰাম কৃষ্ণ ভাবিতে কৃষ্ণৰ পাই পাশ ॥ ১০৯ ॥ আপুন নামৰ সঙ্গ নচাড়ন্ত হৰি। যেই নাম সেই হৰি জানা নিষ্ঠ কৰি ॥ ১১০ ॥ ৰাম নাম সম ধৰ্ম্ম নাহিকে নিগমে। যিতো সদা বোলে ৰাম কি কৰিবে যমে ॥ ১১১ ॥ হৰি চৰণত প্ৰেম মিলিল যাহাৰ। আন কোন সম্পত্তি হৰিয়ো ভৈল তাৰ ॥ ১১২ ॥ কৰ্ণাঞ্জলি পীয়া হৰি চৰণ অমৃত। হৰিৰ নিকট পাৱে হোৱে কৃতকৃত্য ॥ ১১৩ ॥ মাধৱৰ নাম গুণ কীৰ্ত্তন কৰিয়া। হৰিক পাৱয় সুখে মৃত্যুকে তৰিয়া ॥ ১১৪ ॥ হৰিনাম কীৰ্ত্তনত নাহি একো হানি। শুনন্তে অমৃত স্ৰাৱে ৰাম কৃষ্ণ ৱাণী ॥ ১১৫ ॥ যাৰ মুখে ৰাম বাণী আসে সৰসৰি। জানিবা নিশ্চয় তাৰ বশ্য ভৈল হৰি ॥ ১১৬ ॥ হৰি যাৰ বশ্য ভৈল তাৰ কিবা বৈল। হৰিৰ কৃপাৰ পাত্ৰ সিসি জন ভৈল ॥ ১১৭ ॥ ৰাম কৃষ্ণ নামৰ কল্লোল ৰোল শুনি। বেঙ্কা মুয়া যমদূত পলাবে আপুনি ॥ ১১৮ ॥ আত্ম উপদেশ। হৰি নাম এৰি মন কি কাম কৰস। মায়া মোহ জালে পৰি মিছাত মৰস ॥ ১১৯ ॥ হৰি নাম ধৰ মন আলাস ন কৰ। আশা নাম নদী মাঝে মিছাত নঐৰ ॥ ১২০ ॥ ৰাম নাম লৈয়ো

মন বাম নাম লৈয়োঁ। মিছা আশা লাজ কাজ পাশ কৰি থৈয়োঁ ॥ ১২১ ॥ বাম কৃষ্ণ বোল মন বাম কৃষ্ণ বোল। অসাৰ সংসাৰ সুখ তাৰ আশা তোল ॥ ১২২ ॥ হৰি পদে ভজ মন হৰি পদে ভজ। ঘোৰ আশা নদী মাজে মিছা ত ন মজ ॥ ১২৩ ॥ বাম নাম লৈয়া মন তেজ আশা আন। ভকতৰ সঙ্গে পাতা নামৰ দোকান ॥ ১২৪ ॥ ভজ মন কপট তেজিয়া হৰি পায়। সৰ্ব্ব সাক্ষী হৰিত কপট নুযুয়ায় ॥ ১২৫ ॥ গোপাল গোবিন্দ বাম বোল পাপি মন। অন্যায় নৰক লগে সাক্ষী চৈধ্য জন ॥ ১২৬ ॥ বাম কৃষ্ণ হৰি মন বুলিয়ো যতনে। ব্ৰহ্মাৰ দুৰ্লভ নাম তাবে হেলা কেনে ॥ ১২৭ ॥ মন বোল বাম কৃষ্ণ পৰম আনন্দে মুকুতি তেজিযা জপে সনক সনন্দে ॥ ১২৮ ॥

প্ৰাৰ্থনা ॥ হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ। অনু এক কৰা দয়া মাযা হোক দুৰ ॥ ১২৯ ॥ জয় জয় কৃপাময় দেৱ যদুপতি। তোমাৰ চৰণে মাগো অমুল্য ভকতি ॥ ১৩০ ॥ হে হে পৰমানন্দ কৃষ্ণ কৃপাসিন্ধো। ভকতি আনন্দ বস মাগো একবিন্দু ॥ ১৩১ ॥ পতিত পৰিয়া বৈলো এভৱ সাগৰে। পতিত পাৱন নাম হৈল কিবা তবে ॥ ১৩২ ॥ অৰুণ চৰণে মই পাপীক তাৰিয়ো। পতিত পাবন নাম সফল কৰিয়ো ॥ ১৩৩ ॥ আতুৰ হৈলোহোঁ হৰি বিষয় বিকলে। কৰিয়োঁ উদ্ধাৰ মোক চৰণ কমলে ॥ ১৩৪ ॥ হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ। তনু নাৰ বুৰি আসে শুঁচিকে পিয়ান ॥ ১৩৫ ॥ নাম ধন দিয়া মোকে কিনা

বনমালী। দাস পাই নলবা কমন ঠাকুৰালি ॥ ১৩৬ ॥ নিজ দাস কৰি হৰি মোৰে কিনা কিনা। আন ধন নলাগয় নাম ধন বিনা ॥ ১৩৭ ॥ জয় জয় ৰাম কৃষ্ণ শৰণ তোমাৰি। কৃপাৰ সাগৰ কৃপা কৰা একবাৰ ॥ ১৩৮ ॥ দিয়ো দৰশন পাবে পশিলো শৰণ। ভকত জনৰ ধন তুমি নাৰায়ণ ॥১৩৯॥ যাদৱ যাদৱ যাদৱ দেৱ। তুমি বিনে হুহৃদ বান্ধৱ নাহি কেৱ ॥ ১৪০ ॥ কেমনে ভজিবো হৰিচৰণে তোমাৰ। দুৰ্ঘোৰ মায়ায়ে মন মুহিল আমাৰ ॥ ১৪১ ॥ ৰাম বুলি তৰিবে দঢ়াই আচামন। তুমি হৰি দীনবন্ধু পতিত পাবন ॥ ১৪২ ॥ পতিত পাবন ৰাম কৃষ্ণ কৃপাসিন্ধু। আমি পতিতক নচাৰিবা দীনবন্ধু ॥ ১৪৩ ॥ হয় হৰি মোৰে প্ৰাণ জীৱন মুৰাৰি। অনাথৰ নাথ ভকতৰ ভয়হাৰী ॥ ১৪৪ ॥

প্ৰশংসা ॥ শ্ৰীৰাম নামে ৰতি মিলিল যাহাৰ। সিতো ভাগ্যৱন্ত পাইল সংসাৰৰ পাৰ ॥ ১৪৫ ॥ হৰিগুণ ভকতৰ কৰ্ণৰ ভূষণ। যিতো সদা বোলে নাম সিসি মহাজন ॥ ১৪৬ ॥ নিত্যানন্দ ময় ৰাম ভকতৰ ধন। হৰি বিনে আন ধন সবে অকাৰণ ॥ ১৪৭ ॥ আন ধৰ্ম্ম নাহি হৰি নামক উপাম। হৰিৰ বল্লভ যিতো সদা বোলে ৰাম ॥ ১৪৮ ॥ কৃষ্ণ নাম সদায়ে আনন্দে যিতো ধৰে। বংশ সমে তৰয হৰিকো বশ্য কৰে ॥ ১৪৯ ॥ হৰি গুণ গাৱে যিতো কৰিয়া নিশ্চয়। হৰিক হুহৃদ পাৱে মৃত্যু কোন হয় ॥ ১৫০ ॥ যাঁৰা সবে হৰিগুণ গাৱয হৰিষে। তাঁপদুৰ হোৱে যেন অমৃত বৰিষে ॥ ১৫১ ॥ ৰাম কৃষ্ণ হৰিনাম পৰম অমৃত। যিতো মহাজনে লৱে

হোৱে কৃতকৃত্য ॥ ১৫২ ॥ হৰিগুণ কীৰ্ত্তনে স্বভাৱ ভৈল যাৰ। সংসাৰত দুৰ্ল্লভ থাকিল কিবা তাৰ ॥ ১৫৩ ॥ কিনো ভাগ্য কিনো ভাগ্য কলিৰ প্ৰভাৱ। হৰি গুণ কীৰ্ত্তনে সে ধৰ্ম্ম ভৈল যাৰ ॥ ১৫৪ ॥ হৰি গুণ নামক কীৰ্ত্তন যিতো কৰে। কলিৰ দোষক বঞ্চিলেক সিতো নৰে ॥ ১৫৫ ॥ ৰাম নাম লৈয়া পাপী জনো তৰে সুখে। হেন হৰি নামৰ ভণ্ডাৰ ভৈল মুখে ॥ ১৫৬ ॥ যিসব চতুৰ নৰে বিষ্ণুক ভজয়। পৰম কৃতাৰ্থ ভৈল সিতো মহাশয় ॥ ১৫৭ ॥

কলি ধৰ্ম্ম ॥ ৰাম কৃষ্ণনাম ভকতৰ নব নিধি। কলি যুগে বেকত কৰিল কোন বিধি ॥১৫৮ ॥ ধন্য ধন্য কলিৰ লোকৰ মহাভাগ। সৰ্ব্ব ধৰ্ম্ম ঠেলি ৰাম-নাম ভৈল আগ ॥ ১৫৯ ॥ কলিত কীৰ্ত্তন যিতো কৰে হৰি নাম। তাৰ আৰ আচৰিবে ন থাকিল কাম ॥ ১৬০ ॥ নাহিকে কলিত ধৰ্ম্ম কীৰ্ত্তনৰ সম। যিতো গাৱে হৰি গুণ সিসি নৰোত্তম ॥ ১৬১ ॥ কলিত কীৰ্ত্তনে মিলিবেক মহাভাগ। সংসাৰক তৰি মাধৱক পাইবা লাগ ॥ ১৬২ ॥

. নাম ॥ কেশৱ কমলাকান্ত অনন্ত অনাদি। নিত্য নিৰঞ্জন শুদ্ধ বুদ্ধ বেদ বাদী ।১৬৩ ॥ জয় জয় জগত জনক জগ জীৱ। অনন্ত অচ্যুত সনাতন সদাশিৱ ॥১৬৪ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ নাম। ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ নাম ॥ ১৬৫ ॥ গোপাল গোবিন্দ ৰাম কৃষ্ণ নাৰায়ণ। কমল লোচন হৰি পতিত পাৱন ॥১৬৬ ॥ ৰাম নাৰয়ণ হৰি ৰাম নাৰায়ণ। ৰাম কৃষ্ণ নাৰায়ন শিৱ সনাতন ॥ ১৬৭ ॥

গোপাল গোপীনাথ গোবিন্দ মাধৱ। জীৱৰ জীৱন যদু-নন্দন যাদৱ ॥ ১৬৮ ॥

তাৎপৰ্য্য ॥ বৈকুণ্ঠৰ কল্পতরু ভাগৱত শাস্ত্র। ইহাৰ উত্তম ফল হৰি নাম মাত্র ॥১৬৯ ॥ হৰি নামে হৰি নামে হৰি নামে গতি। হৰিনামে ভকতৰ কেৱল ভকতি ॥ ১৭০ ॥ কৃষ্ণ পাদপদ্ম দুই মোৰ নিজ গতি। হৰিনাম বিনে আন নজানো ভকতি ॥ ১৭১ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ। ৰাম কৃষ্ণ বিনে মুঠা আৱৰ বিচাৰ ॥ ১৭২ ॥ শ্রীৰাম নাম ভকতৰ ধন সাৰ। সংসাৰ সাগৰে ৰাম নামে দুৰ্গ পাৰ ॥ ১৭৩ ॥ হৰি নাম কীৰ্ত্তনে সে পৰম মঙ্গল। পাৱয় পৰমানন্দ গুচে কৰ্ম্ম মল ॥ ১৭৪ ॥ ব্রহ্মা হৰে ভজন্ত হৰিৰ দুই পাৱে। মুকুত সকলো সদা ৰাম নাম গাৱে ॥ ১৭৫ ॥ বিষয়ৰ আশা ভঙ্গে ভকতৰ হৰিষ। দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ ॥ ১৭৬ ॥ মুৰাৰি মধুৰ ৰিপু মাধৱ ৰাম। তুমি ভকতৰ ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥১৭৭ ॥ বিষয়ৰ সুখ যত সকলে অসাৰ। জানিয়া ভকতে তাক কৰে পৰিহাৰ ॥১৭৮ ॥ কৃপাৰ সাগৰ কৃপাময় কৃপানিধি। তুযাগুণনামে ভকতৰ সৰ্ব্ব সিদ্ধি ॥ ১৭৯ ॥মুৰাৰি মনোহৰ ভগৱন্ত দেৱ। তুমি বিনে পতিতৰ গতি নাহি কৈৱ ॥ ১৮০ ॥ কিনো কৃপাময় দেৱ প্রভু যদুৰাই। দুখ মাঝে থৈল, নাম সৰ্ব্বক্ষণে পাই ॥ ১৮১॥

লেচাৰি। কৃষ্ণ এক দেৱ দুঃখহাৰী, কাল মায়াদিৰো অধিকাৰী, কৃষ্ণ বিনে শ্রেষ্ঠ দেৱ নাহি নাহি আৰ। সৃষ্টি স্থিতি অন্তকাৰী দেৱ, তান্ত বিনে আন নাহি কেৱ, জানিবা

বিষ্ণুসে সমস্ত জগতে সাৰ ॥ ১ ॥ নমো নমো নিত্য নিৰ-ঞ্জন, নাৰায়ণ শিৰ সনাতন, অনাদি অনন্ত নির্গুণ গুণ নিয়ন্তা। প্ৰথম পুৰুষ ভগৱন্ত, নাহি পূৰ্ব্বাপৰ আদি অন্ত, তুমিসে চৈতন্য সমস্ত ভৱ ভাবন্তা ॥ ২ ॥ ব্ৰহ্মা মহাদেৱ লক্ষ্মী দেৱী, কায় বাক্য মনে স্থিৰ কৰি, পৰম আনন্দে চৰণ সেৱন্ত যাৰ। সদা জন্ম মৃত্যু জৰা হীন, শ্ৰীমন্ত সুন্দৰ গুণ নিধি, বিষ্ণুত বিনাই কোন দেৱ আছে আৰ ॥ ৩ ॥ যাৰ পাদো-দকে দেৱী গঙ্গা, যাৰ বাক্য হুয়া আছে বেদ, পৰম পতিতো তৰয় যাহাৰ নামে। সৃষ্টি স্থিতি প্ৰলয়ৰ হিতো, পৰম কাৰণ নাৰায়ণ, হেন ঈশ্বৰক ন ভজয় কোন কামে ॥ ৪ ॥ অপাৰ সংসাৰ সিন্ধু আৰ, বিষ্ণুসে পৰম পাৰ যত, পাৰ আছে তাত পৰম্পৰমাত্মা ৰূপে। তেন্তে তুমি জানা ব্ৰহ্ম পাৰ, পৰ পাৰ ভূত যত পাৰ, তাসম্বাৰ পাৰ বিষ্ণুসে পাৰ স্বৰূপে। ৫। সুবাসনা দুৰ্ব্বাসনা দুই, বন্ধৰ মোক্ষৰ মূল হেতু, শুনা যেন মতে উপজয় পুৰুষত। সন্তৰ কৃপাত সুবাসনা, সুখে পুৰুষক পাৰে জানা, হোবে দুৰ্ব্বাসনা সন্তৰ মন কোপত ॥ ৬ ॥ মহন্তৰ বাক্য যিতো কৰে, তাক সুবা-সনা অনুসাৰে, সন্তৰ কৃপাত ভজে গোবিন্দৰ পাৱে। যিতো মহন্তক নিন্দা কৰে, তাক দুৰ্ব্বাসনা বেঢ়ি ধৰে, কৃষ্ণক ভজিবে ন পাৰয় মূঢ় ভাৱে ॥ ৭ ॥ কৃষ্ণ পদ মাত্ৰ সেৱা কৰে, সমস্ত কামনা পৰিহৰে, বেদ ব্যৱহাৰ কদাচিতো ন লঙ্ঘয়। কৃষ্ণ পদ সেৱা সুখ মনে, কৰে অনুভৱ সৰ্ব্বক্ষণে, ইহাঙ্কে মহন্ত বুলিয়া জানা নিশ্চয় ॥ ৮ ॥ শুনিযো সজ্জন

শাস্ত্র সাৰ, সকল সম্পত্তি জানা তাৰ, হৰি ভক্তি ৰসে সন্তোষ মন যাহাৰ। চৰ্ম্মৰ নিৰ্ম্মিত পানৈ যুৰি, চৰণ ঢাকিল যিতো জনে, যেন সবে ভূমি চৰ্ম্মাবৃত ভৈলতাৰ ॥ ৯ ॥ অন্তৰ্ব্বৰ্ত্তি এক ঈশ্বৰক, দেখিযোক নানা বাহিৰত, বোধ বাহিৰত জড়প্ৰায। বুদ্ধিত সমস্তে তেজিয়োক, বাহিৰত সঙ্গ দেখায়োক, এহি ভাবে ৰাম লোকত ফুৰা বেড়ায় ॥ ১০ ॥

ছবি ॥ অবিৰক্ত ভকতৰ, বেদ লঙ্ঘিবাৰ দোষ, জানিবাহা ইহাক নিশ্চয। পৰম বিৰক্ত যিতো, কৃষ্ণৰ ভকত ভৈল, তাক একো নাহিকে নিৰ্ণয় ॥ ১১ ॥

লেচাৰি ॥ তাৱত কৃষ্ণৰ ভক্ত নবে, ভক্তি অবিৰোধী কৰ্ম্ম কৰে, কৃষ্ণৰ কথাত ৰতি যাবে নুপজয়। যেবে ভৈল কৃষ্ণ কথা ৰত, নিত্য নৈমিত্তিক আদি যত, কথাৰ বিৰোধী জানিযা সবে তেজয ॥ ১২ ॥ সমস্ত তপক আচৰোক, পৰ্ব্বতৰ পৰ্ব্বতে উঠি যত, তীৰ্থত ভ্ৰমোক পঢ়োক বেদ নিচয়। যজোক সমস্তে যজ্ঞচয, যোগক জানোক সমস্তয়, হৰি বিনে কদাচিতো মৃত্যু ন তৰয ॥ ১৩ ॥ ব্যাস নিগদতি লুব্ধমতি, শুনিয়ো আনন্দে কৰ্ণ পাতি, দেঁও উপদেশ ঊৰ্দ্ধ বাহু উচ্চ কৰি। এহিমানে মাত্ৰ মহা মন্ত্ৰ, সংসাৰ দুৰ্ঘোৰ বিষ হাৰী, নমো নাৰায়ণ বুলিয়োক মুখ ভৰি ॥ ১৪ ॥ সকল নিগম-কল্প তৰু, তাৰ ফল মহা ভাগৱত, শুক মুখে আসি ভূমিত ভৈল বিদিত। ৰসত চতুৰ যিতো জন, কৃষ্ণৰ চৰণে দিয়া মন, পৰম সন্তোষে পীয়োক ফল অমৃত ॥ ১৫ ॥ হৰিক সতত স্মৰা প্ৰজা, সমস্ত পুণ্যৰ ইসে ৰজা, হৰি সুমৰিলে

সিঝয় পুণ্য কিঙ্কৰ। ন পাসৰিবাহা কদাচিত, শুনা কথা ইতো বিপৰীত, হৰি পাসৰিলে সিঝে পাপ নিৰন্তৰ ॥ ১৬ ॥ শুনিয়ো পাৰ্ব্বতি তুমি এবে, ৰাম ৰাম ৰাম বোলো যেবে, তোমাৰ বদন হৈবেক শ্ৰেষ্ঠ অমূল্য। ৰাম ৰাম ৰাম ৰাম বুলি, ৰামত ৰমোহো সৰ্ব্বক্ষণে, জানা ৰাম ৰাম সহস্ৰ নামৰ তুল্য ॥ ১৭ ॥ বেদাগম আদি কৰি যত, বিস্তৰ শাস্ত্ৰত নাহি কায, বিস্তৰ তীৰ্থত নাহি কিছু প্ৰয়োজন। সংসাৰ তৰিতে খোজা যেবে, আপুন মোক্ষৰ হেতু তেবে, গোবিন্দ গোবিন্দ বেকত বোলা বচন ॥ ১৮ ॥ মাধৱে বোলন্ত ধনঞ্জয়, মহা দুৰাচাৰো অতিশয়, আন দেৱ তেজি মোকেসে মাত্ৰ ভজয়। তাকেসে পৰম সাধু বুলি, মানিবা মনত সৰ্ব্বক্ষণে, যিহেতু সম্যকে কৰিলে মোক নিশ্চয় ॥ ভক্তিৰ মহিমা অদ্ভুত, অধৰ্ম্ম তেজিয়া ধৰ্ম্ম চিত্ত, হোৱে শীঘ্ৰ মোক ভজি জানা কুন্তীসুত। আক যি কুতৰ্কী ন মানয, তথা গৈয়া বাযা বদ্য চয়, বাহু মেলি কৰা অঙ্গিকাৰ অদ্ভুত ॥ ২০ ॥ মোহোৰ পৰম ঈশ্বৰ, দুৰাচাৰ ভক্তো নোহে নষ্ট, কিন্তু সিতো ভক্ত কৃতাৰ্থ অতি হোৱয়। তোমাৰ প্ৰগল্‌ভ প্ৰৌঢ়ি শুনি, সমস্ত কুতৰ্ক পৰিহৰি, গুৰুত্বে তোমাত কৰিবে সবে আশ্ৰয় ॥২১॥ আমাৰ নিৰ্ম্মল ভকতিত, দুৰাচাৰো তৰে কোন চিত্ৰ, আমাক ভজিয়া চাণ্ডালো তৰে সংসাৰ। স্ত্ৰী বৈশ্য শূদ্ৰ আদি যত, বিষয়ত মাত্ৰ সদা ৰত, মোক ভজি সুখে ইসবো হোৱে উদ্ধাৰ ॥ ২২ ॥ ব্ৰাহ্মণ ক্ষত্ৰিয় পুণ্য তনু, মোক ভজি তৰিবেক পুনু, আত সদভুত নাহিকে কোন সংশয়।

ৰাজ ঋষি তনু আছা পাই, অনিত্য অসুখ লোক জানি, অতি শীঘ্ৰে মোক ভজা সখি ধনঞ্জয় ॥ ২৩ ॥ মোত মাত্ৰ সদা দিয়া মন, মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ, মোকে পূজা মাত্ৰ মোক কৰা নমস্কাৰ। কহিলোঁ তোমাত সত্য বাণী, পাইবা সুখে মোক মহামানি, তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ ॥ ২৪ ॥ ভগৱন্ত,দেৱ নিগদতি, শুনিয়ো অৰ্জ্জুন মহা মতি, তোমতা কহঁও পৰম ইতো ৰহস্য। ঐশ্বৰ্য্য বিভূতি বলে সমে, জানে মোক যিতো নৰোত্তম, সিয়ো ভৈল মোৰ ময়ো ভৈলোঁ তাৰ বশ্য ॥ ২৫ ॥ অসমৃমূঢ ভাৱে যিতো জনে, উত্তম পুৰুষ মোক জানে, তাকে সৰ্ব্ববেত্তা বুলিয় সখি অৰ্জ্জুন। সিতো সমস্তাক পৰিহৰি, কায় মনো বাক্যে যত্ন কৰি, ভজয় আমাক পুৰুষ নিপুণ ॥ ২৬ ॥ মোত হন্তে হোৱে চৰাচৰ, মোতেসে প্ৰবৰ্ত্তে নিৰন্তৰ, ইহাকে অৰ্জ্জুন জানে জিতো মহাজন। পৰম বিবেকী সিতো জন, মোৰ ভাৱে যুক্ত হুয়া মন, মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীৰ্ত্তন ॥ ২৭ ॥ মোতেসে কেৱলে দিয়া চিত্ত, মোতে মাত্ৰ প্ৰাণ অৰ্পিনিত, অন্য অন্য মিলি মোকেসে বোধ কৰাৱে। মোকে মাত্ৰ কহে সৰ্ব্বক্ষণে, পৰম সন্তোষ লভিমনে, আনন্দ সাগৰে মজি ৰহে প্ৰেম ভাৱে ॥ ২৮ ॥ ৰহস্যক জানে যিতো লোক, সততে কীৰ্ত্তন কৰে মোক, ধৰি দৃঢ় ব্ৰত কৰি যত্ন বিপৰীত। মোৰ সৰ্ব্বোত্তম দুই পাৱে, কৰে নমস্কাৰ ভক্তি ভাৱে, তাৰ মোৰ এডা এড়ি নাহি কদাচিত ॥ ২৯ ॥ মাধৱে কহন্ত অৰ্জ্জুনত, শুনা ইতো পৰমাৰ্থ তত্ত্ব, ভকতেসে মোৰ

মহিমা জানে নিঃশেষ। তত্ত্ব রূপে সথি জানি মোক, তৰিবা দুৰ্ঘোৰ দুঃখ শোক, অন্তকালে গৈয়া আমাত হোবে প্ৰৱেশ ॥ ৩০ ॥ কৃষ্ণ নিগদতি সব্যসাচি, পৰমাৰ্থ তত্ত্ব লৈয়ো বাচি, সুদৃঢ বিশ্বাসে শৰণ লৈয়ো আমাত। মোতে মাত্ৰ সদা দিয়া চিত্ত, গায়ো মোৰ গুণ-নাম গীত, সকল শাস্ত্ৰৰ কহিলোঁ সাৰ সাক্ষাত ॥ ৩১ ॥

ছবি ॥ ভগৱন্ত ভক্তি যুক্ত, পুৰুষৰ আত্ম বোধ, মাধৱৰ প্ৰসাদে মিলয়। কৃষ্ণৰ কৃপাত তেবে, গুচয় সংসাৰ ভয়, এহিমানে গীতাৰ নিৰ্ণয় ॥ ৩২ ॥

লেচাৰি ॥ জানা শ্ৰীৰাম নাম নিজ, সমস্ত শাস্ত্ৰৰ মূল বীজ, সঞ্জীৱনী প্ৰায় যাৰ মনে প্ৰবেশয়। যদি হলাহল পান কৰে, প্ৰলয় বহ্নিত যদি পৰে, মৃত্যুৰ মুখত প্ৰবেশিলে নাহি ভয় ॥ ৩৩ ॥ পূৰ্ণ শশী পূৰ্ণ দুগ্ধ সিন্ধু, সিমত প্ৰকাশ ন কৰয, কমনীয় লক্ষ্মী বদনো সিমত নয়। ঈশ্বৰ কৃষ্ণৰ পাদপদ্ম, ভক্তিস্পৃহাহীন ভৈল যিতো, সিতো মন গোট যিমতে শোভা কৰয় ॥ ৩৪ ॥ শ্ৰীমুকুন্দৰ নাম গুণ, কীৰ্ত্তন প্ৰকাশে যি দিশত, সি দিশক প্ৰতি নমস্কাৰ যিতো কৰে। চিদানন্দ ঘন স্বৰূপত, ঈশ্বৰ কৃষ্ণত নিত্যাগত, পৰম আনন্দ কৰে সিতো সাধু নৰে ॥৩৫ ॥ হৰি ভক্তি ৰাজ মাৰ্গ, গুৰু পদ নখচন্দ্ৰ প্ৰকাশিত, শ্ৰুতি জননীৰ পদ পথ অনুসৰি। ফুৰাঁ হুয়া আমি আনন্দিত, স্খলন নাহিকে কদাচিত, মহাজন সৱে জানিবা নিশ্চয় কৰি ॥ ৩৬ ॥

নিন্দা ॥ শ্ৰীঅনন্ত শঙ্কৰে প্ৰকাশিলা, গোবিন্দৰ নাম

গুণ যশ, জগতৰ লোকে পৰম আনন্দে গাৱে। হেনয় শঙ্কৰ গুৰু বিনে, কমন কাৰণে আন জনে, লোকত মাঝত আপুনি গুৰু বোলাৱে ॥ ৩৭ ॥ বিষ্ণুৰ সহস্ৰ নাম সর্দা, আচন্তো জিহ্বায়ে তাঙ্ক এবি, সদায়ে বিৰোধ বচন মাত্ৰ ৰটয়। বুদ্ধি বিষ্ণুতত্ত্ব পৰিহৰি, অসন্ত বস্তুত ৰতি কৰি, যেন বেশ্যা জাৰ পতিত মাত্ৰ ৰময় ॥ ৩৮ ॥ সমস্তৰে আদি নৰতনু, উদ্যম কোটিয়ো নপাই পুনু, কোনো ভাগ্যোদয়ে পায়া নাৱ দৃঢ অতি। গুৰু ভৈল আত কৰ্ণধাৰ, কৃষ্ণ ভৈল অনুকূল বায়ু, তথাপি সংসাৰ ন তৰয় আত্মঘাতী ॥ ৩৯ ॥ মাধৱে বোলন্ত শ্ৰুতি স্মৃতি, মোৰ আজ্ঞা বাণী জানা নিষ্ঠ, যিতো জনে আক উল্লঙ্ঘিয়া প্ৰবৰ্ত্তয়। ভৈল সিতো মোৰ আজ্ঞা ছেদী, মোক দ্বেষ কৰিলেক অতি, মোৰ ভক্ত হন্তো বৈষ্ণৱ সিতো নোহয় ॥ ৪০ ॥ যত উগ্ৰ তপ জ্ঞান গুণ, যাগ যোগ যজ্ঞ দান পুণ্য, কিবা প্ৰয়োজন সাধিবেক তাসম্বাৰ। কৃষ্ণ জগতৰ গুৰু নিষ্ঠ, সুখ মোক্ষ প্ৰদ দেৱ ইষ্ট, তাহান চৰণে ভকতি নাহিকো যাৰ ॥ ৪১ ॥ শিশুৰ বিষয় আশা আগ, যুবা সেৱা কৰে পায়া লাগ, বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক। হৰিভকতিক পৰিহৰি, বৃদ্ধ বিষয়ঁক টেৰ কৰি, পুনু পালটিয়া নিৰেখি আছে কিসক ॥ ৪২ ॥ বালকে কৰোক বহুমান, যুবায়ে সেৰোক পাৱে মান, বৃদ্ধে বিষয়ৰ বহিৰ্ভূত হুয়া গৈল। ভোগ কৰিবাক ন-পাৰয়, তথাপিতো আশা ন চাড়য়, হৰি হৰি হৰি কিনো বিপৰীত ভৈল ॥ ৪৩ ॥ বৃদ্ধ সবে জানা বিষয়ক, ভোগ, কৰিবাক ন পাৰয়, ভক্তিহীন

ৰুদ্ধে ত্যজিতে সামৰ্থ নয়। দশন বিহীন কুক্কুৰ যেন, হাড় চোবাইবাক ন পাৰয়, জিহ্বা লড় বড় কৰি মাত্ৰ চেলেকয়॥৪৪॥ বৈষ্ণৱ নিন্দক সূচকক, বিষ্ঠা লুঠা গ্ৰাম্য শূকৰক, বিধাতায়ে দুইকো স্ৰজিলন্ত দয়া তবে। সূচকে জানিবা নিৰন্তৰে, সাধু সমস্তক শুদ্ধি কৰে, যিমতে শূকৰে গ্ৰামক শোধন কৰে ॥ ৪৫ ॥ মৃগ মীন মহাসাধু নৰে, মনৰ সন্তোষে তৃণ জলে, হিংসা শূন্য হুয়া থাকয় জীৱন ধৰি। তথাপিতো ইতো ত্ৰিতয়ৰ, কৈৱৰ্ত্ত পিশুন ব্যাধ সব, ইতো জগতত তিনি অকাৰণ বৈৰী॥ ৪৬॥ সমস্তৰে আত্মা নাৰায়ণ, আত্মা সুখে ৰতি সৰ্ব্বক্ষণ, এহি হেতু হৰি সমস্ত প্ৰাণীত সম। তাঙ্ক যিতো ভজে সুখে তৰে, ন ভজি সংসাৰে মজি মৰে, কৃষ্ণক বিষম বোলয় কোন অধম ॥ ৪৭ ॥

আত্ম নিন্দা ॥ হৰিসে কেৱলে সঞ্চা মাত্ৰ, ৰাম ৰাম ৰাম ৰাম ৰাম, তান্ত বিনে মিছা যত দেখি শুনি মানে। তাক যিতো মিছা কৰি আশা, ৰাম ৰাম ৰাম ৰাম ৰাম, দুৰাচাৰ মন মৰস কেনে অজ্ঞানে ॥ ৪৮ ॥

মহিমা। ৰা শবদক উচ্চৰন্তে ৰাম ৰাম ৰাম ৰাম ৰাম, মুখ হন্তে বাঝ হুয়া পলাই পাপ মানে। পুণ্যমানে হোৱ অভ্যন্তৰ, ৰাম ৰাম ৰাম ৰাম ৰাম, মবুলি আতি কপাট মাৰয টানে ॥ ৪৯ । কৃষ্ণ প্ৰিয়তম আত্মা নিজ, ৰাম ৰাম ৰাম ৰাম ৰাম, যাত হন্তে অণুমাত্ৰকো ভয় নুশুনি। আক যিতো হানে সেহি জন ৰাম ৰাম ৰাম ৰাম ৰাম, বিদ্যাৱন্ত গুৰু সেহিসে হৰি আপুনি ॥ ৫০ ॥ অনন্ত শকতি তুমি ৰাম, লক্ষ্মণ সুগ্ৰীব

বিভীষণ, হনুমন্ত আদি মহা মহা বীৰগণে। আনি তৰু-লতা পৰ্ব্বতক, কতেক যোজন সমুদ্ৰক, সেতু বান্ধি পাৰ ভৈলাহা মহাযতনে॥ ৫১॥ হে প্ৰাণ প্ৰভু ৰঘুপতি, ৰাম ৰাম ৰাম ৰাম ৰাম, তোমাত কৰিয়া তযু গুণ নাম চাৰ। বিনা সেতুবন্ধ কৰি নৰে, ৰাম ৰাম ৰাম ৰাম ৰাম, অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ॥ ৫২॥ কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি যিতো, অন্তকালে নিজ প্ৰাণ তেজে, আদ্যৰ শবদে মুকুতি তাঙ্ক দিবয়। আৰ কিবা বস্তু দিবো বুলি, আৰ দুই পদে লজ্জা হুয়া, ঋণী ভৈলো বুলি দমায় মাথা থাকয়॥ ৫৩॥ হে কৃষ্ণ তযু পদ মূ'ল, একান্তে শৰণ লৱে যিতো, কোন লাভ ইতো এড়াইবে কালৰ ভয়। তযু ভকতৰ সঙ্গ গোট, সৰ্ব্ব পুৰুষাৰ্থ ৰাশি শিৰে, চড়িয়া কৌতুকে অত্যন্ত নৃত্য কৰয়॥ ৫৪॥ পৰম দুৰ্ব্বোধ আত্ম-তত্ত্ব, তাৰ জ্ঞান অৰ্থে হৰি যত, লীলা অৱতাৰ ধৰা তুমি কৃপাময়। তাহান চৰিত্ৰ সুধাসিন্ধু, তাত ক্ৰীড়া কৰি দীনবন্ধু, চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়। ৫৫॥ উৰুক্ৰম পদ ৰেণু সেবি, চয় ঊৰ্ম্মি জিনিলেক যিতো, সিতো পুৰুষৰ জানিবা আশ্চৰ্য্য নাই। তাকে সে আশ্চৰ্য্য বুলি ধৰি, যাৰ নাম একবাৰ স্মৰি, চাণ্ডালো সম্প্ৰতি সংসাৰ বন্ধ এড়াই॥ ৫৬॥ কৃষ্ণক বোলন্ত ধনঞ্জয়, তোমাৰ কীৰ্ত্তনে কৃপাময়, অতি অনুৰাগে জগতে কৰে হৰিষ। তোমাৰ কীৰ্ত্তন অগনিৰ, শিখায়ে দগধ হুয়া আতি, ৰাক্ষস পিশাচ পলাই যাই দশ দিশ॥ ৫৭॥ ভক্তি সবোবৰে কৃষ্ণ পাদ

পঙ্কজত পৰি নিৰন্তৰে, পৰম আনন্দে ভকত ভ্ৰমৰ ঝাকে। কৃষ্ণ যশ ৰস মধু পানে, মত্ত হুয়া আতি সাৱধানে, ৰাম নাম ৰাজ হংস ৰাৱ শুনি থাকে ॥ ৫৮ ॥ একান্তিক মহা মুনি যত, নিবৰ্ত্তিযা বিধি নিষেধত, নিৰ্গুণ ভাৱত স্থিতি হুয়া নিৰন্তৰে। জানি পুৰুষাৰ্থ সাৰ তত্ত্ব, কথামৃত সাগৰত, কথনে মথনে সদাযে ৰমণ কৰে ॥ ৫৯ ॥ হৰিৰ গুণৰ দেখা বল, লভিবেক যিতো মোক্ষ ফল, তাহাৰা সববো মনক আনয় টানি। এতেকে নিপুণ জিতো জন, কৃষ্ণৰ চৰণে দিয়া মন, হৰিৰ গুণক ন চাড়িবা সাৰ জানি ॥ ৬০ ॥ শুক নিগদতি পৰীক্ষিত, যদি আমি নিৰ্গুণত স্থিত, তথাপি উত্তমশ্লোকেৰ মহিমা গুণে। কৰিলেক মোৰ বশ্য চিত্ত, ভাগৱত গ্ৰন্থ বিপৰীত, পৰম আনন্দে পঢ়িলোঁ মই আপুনে ॥ ৬১ ॥ তোমাত কহিব সেহি শাস্ত্ৰ, তুমি আক শুনিবাৰ পাত্ৰ, মহা পুৰুষৰ সেৱক তুমি সম্প্ৰতি। ই শাস্ত্ৰত শ্ৰদ্ধামাত্ৰকত, মুকুন্দৰ পাদ পঙ্কজত, অতি শীঘ্ৰে তাৰ হোৱে জানা সতী মতি ॥ ৬২ ॥ সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু, অনন্ত বিচিত্ৰ কৰ্ম্ম হৰি, কৰা যিতো তাক গাৱে শুনে প্ৰশংসয়। অপবৰ্গ দাতা ভগৱন্ত, তাহান চৰণ পঙ্কজত, তিনিবো নিশ্চয় উত্তম ভক্তি হোৱয় ॥ ৬৩ ॥

নাম মহিমা ॥ হৰি কীৰ্ত্তনৰ তাপ লাগি, পলাই পাপ দশ দিশে ভাগি, হেৰা পাইলে বুলি ভয়ত ভিড়ি লবড়ে। ব্ৰহ্মাণ্ড ভিতৰে নপাই ঠাই, আৰ ব্ৰহ্মাণ্ড পলাই যাই, নামে খেদি নেন্ত ব্ৰহ্মাণ্ডোপৰি বাগড়ে ॥ ৬৪ ॥ পাছে

পাছে হৰি নামে খেদে, একো ব্ৰহ্মাণ্ডত স্থান নেদে, মহা মহা পাতকৰ গৰ্ব্ব ভৈল দূৰ। এবে কৈক যাইবো বুলি ডৰি, কাম্পে পাপ সব তৰতৰি, হৰি নামে পাই দহি কৰিলেক চুৰ ॥ ৬৫ ॥ নামে পুৰুষক শুদ্ধ কৰি, ৰৈল নাম তাতে ভৰি পূৰি, ধৰ্ম্মময় তনু ভৈ গৈল হৰি ভকত। হৰিৰ কৰুণা ভৈল তাক, উচ্চ কৰি দিয়া হৰি ডাক, পৰম সন্তোষে নাচে আতি আনন্দত ॥ ৬৬ ॥ শুদ্ধে বা অশুদ্ধে এক নাম, শুনে বা ভণে বা মনে স্মৰে, অপৰাধ হীন পুৰুষক সদ্যে তাৰে দেহ ধন জন অৰ্থ লোভে, পাষণ্ড বুদ্ধিয়ে যিতো লবে, সিতো হৰি নামে তাৰিতে শীঘ্ৰে ন পাৰে ॥৬৭॥

• স্তুতি ॥ বসুদেৱ নিগদতি হাসি, সাক্ষাতে বিদিত ভৈলা আসি, তুমিসে পুৰুষ প্ৰকৃতিতো কৰি পৰ। সমস্ত জীৱৰ বুদ্ধি সাক্ষী, কেৱল আনন্দ অনুভৱ, স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ ॥ ৬৮ ॥ হে কৃষ্ণ যত জীৱ নিত, তিনি তাপে হুয়া সন্তাপিত, দুৰ্ঘোৰ সংসাৰ তাপত পড়ি আচয়। তযু পদ শ্বেত ছত্ৰ প্ৰায়, অমৃত বৰিসে সৰ্ব্বদায়, আৰ ছায়া বিনে নেদেখোঁ তাৰ আশ্ৰয় ॥ ৬৯ ॥ বলি নিগদতি যদুপতি, ৰাম ৰাম ৰাম ৰাম ৰাম, কিনো কৃপা মোক কৰিলাহা নাৰায়ণ। দেৱবো দুৰ্ল্লভ অতিশয়, ৰাম ৰাম ৰাম ৰাম ৰাম, গৃহেতে থাকিয়া দেখিলোঁ তযু চৰণ ॥ ৭০ ॥

প্ৰাৰ্থনা ॥ শোক মোহ মহা পঙ্ক মাঝে, অৰ্জ্জুন মগন ভৈলা দেখি, পৰম ঈশ্বৰ দেৱতা নন্দ-নন্দন। কৃপায়ে ঈশ্বৰে তত্ত্ব কহি, উদ্ধাৰিলা নিজ ভকতক, হেন ঈশ্বৰৰ

চৰণে লৈলোঁ শৰণ ॥ ৭১ ॥ হেন কৃষ্ণ ধনঞ্জয় সখা, বৃষ্ণিকুল শ্ৰেষ্ঠ দুষ্ট ৰজা, বংশৰ দহন অনন্তবীৰ্য্য গোবিন্দ। গো-বিপ্ৰ দেবদুঃখহাৰী, যোগেশ্বৰ সমস্তৰ গুৰু, নমো ভগৱন্ত তযু পদ অৰবিন্দ ॥ ৭২॥ ব্ৰহ্মা আদি কৰি জীব যত, ৰাম ৰাম ৰাম ৰাম ৰাম, মায়া শয্যা মাঝে আচন্ত ঘুমটি যাই। তুমি সি চৈতন্য সনাতন, ৰাম ৰাম ৰাম ৰাম ৰাম, আমি অ-চেতন নিযোক নাথ জগাই ॥ ৭৩ ॥ ক্ষুদ্ৰসুখে বহু আশা কৰি, ভৱকূপে জীৱ আছে পড়ি, কালসৰ্পে দংশি হৰিল চেতন তাৰ। মোক্ষৰূপ তযু বাক্যামৃত, কৃপাযে সিঞ্চিযা প্ৰতিনিত, দয়াময় কৃষ্ণ কৰিয়ো মোক উদ্ধাৰ ॥ ৭৪ ॥ সৰোবৰৰ গ্ৰাহে ধৰি আছে, গজেন্দ্ৰে পীড়াক পায়া পাছে, আকাশে গৰুড় কন্ধে চক্ৰ ধৰি হৰি। দেখি সুবৰ্ণৰ পক্ষ ধৰি, বোলে দুঃখে আৰ্ত্তনাদ কৰি, নমো ভগৱন্ত গুৰু লৈযো দাস কৰি ॥ ৭৫ ॥ মধুৰিপু ৰাম ৰঘুপতি, তুমি ভকতৰ নিজ গতি, তোমাৰ চৰণে শৰণ কৰিলোঁ সাৰ। নমো দেৱ দীন-দুখ-হাৰী, দয়াশীল দামোদৰ প্ৰভু; আমি দুঃখিতক চৰণে কৰা উদ্ধাৰ ॥ ৭৬ ॥ হে কৃষ্ণ তযু পাদপদ্ম, পঞ্জৰ ভিতৰে মোৰ মন, ৰাজহংস পশি থাকোক প্ৰভু সৰ্ব্বথা। প্ৰাণ প্ৰয়াণৰ সময়ত, কফ বাত পীত্ত আদি যত, কণ্ঠ নিৰোধনে তোমাৰ স্মৰণ কথা ॥ ৭৭ ॥ হে কৃষ্ণ পুত্ৰ পত্নী সঙ্গ, তেজি তযু পদ চিন্তি নিত, গৰ্ব্ব শূন্য সন্তসবৰ আশ্ৰমে যাইব। তাসম্বাৰ মুখ পদ্ম বাঝ, হুইবে তযু কথা-মৃত নদী, তাতে মগ্ন হুয়া দেহাৰ হাত এড়াইবো ॥ ৭৮ ॥

তাৎপর্য্য ॥ চাৰি বেদৰ চাৰি অক্ষৰ, সাৰ কাঢ়ি আনি ব্রহ্মা দেৱে, বেকত কৰিয়া থৈল নাৰায়ণ বাণী। সেহি নাৰায়ণ নাম লৈয়া, শুদ্ধ কৰো আমি চিত্ত কায়া, হৰি সন্তোষৰ কাৰণ আন ন জানি ॥ ৭৯ ॥ একে খানি মাত্র শাস্ত্র নিষ্ঠ, দৈৱকীনন্দনে কৈলা যাক, দেৱো এক মাত্র দৈৱকী দেৱীৰ সুত। দৈৱকী পুত্রৰ পদ সেৱা, কৰ্ম্মো এক এহি-মানে মাত্র, মন্ত্রো এক তান নাম মাত্র অদভুত ॥ ৮০ ॥ কৃষ্ণ যশে ধৌত চিত্ত হুয়া, সমস্তে ক্লেশক তৰি পুনু, কৃষ্ণ দাসে কৃষ্ণ চৰণ-মূল নেড়য়। সকলে সম্পূর্ণ নিজ গৃহ, পথিক সকলে পায়া পুনু, দুঃখ এড়াই যেম সিতো গৃহ ন চাড়য় ॥ ৮১ ॥ সকলে উপনিষদে ধেনু, দোগ্ধা ভৈল তাৰ নন্দসুত, তাৰ বৎস ভৈল কুন্তীসুত ধনঞ্জয়। দুগ্ধ ভৈল মহা গীতামৃত, কৃষ্ণৰ চৰণে দিয়া চিত্ত, সুবুদ্ধি সকলে সন্তোষে পান কৰয় ॥ ৮২ ॥

বস্তু প্রকাশ ॥ আদি সত্য যুগে শুদ্ধ ধৰ্ম্ম, আছিলেক মাত্র হৰিনাম, দেৱ সবে গুপ্ত কৰিলে কপট। হেন হৰি-নাম ব্যক্ত কৰি, সমস্তে লোকক উদ্ধাৰিলা, শ্রীমন্ত শঙ্কৰে ভাঙ্গিলা সবাৰো কপট ॥ ৮৩ ॥

আশ্রয় ॥ নোহো জানা আমি চাৰি জাতি, চাৰিয়ো আশ্রমী নোহো আতি, নোহো ধৰ্ম্মশীল দান ব্রত তীর্থ-গামী। কিন্তু পূর্ণানন্দ সমুদ্রৰ, গোপীভর্ত্তা পদ কমলৰ, দাসৰ দাসৰ তান দাস ভৈলোঁ আমি ॥ ৮৪ ॥

প্রশংসা ॥ সেহি ধন্য লোক শুচিমন্ত, সৰ্ব্ব গুণে

শ্রেষ্ঠ শিদ্যাবন্ত, যজ্ঞে তপে অতি সি সি জন শুদ্ধমতি। সি সি জন মহা দাতা জ্ঞানী, সি সি সত্যবাদী মহামানী, পুরুষোত্তমত আচয় যাৰ ভকতি ॥ ৮৫ ॥

কীর্ত্তন প্রশংসা ॥ যি দিশত মহাভক্ত সবে, শ্রীমন্ত কমললোচনক, পৰম সন্তোষে কীর্ত্তন যিতো কৰয়। সি দিশক নমস্কাৰ কৰি, দুৰ্ঘোৰ সংসাৰ সুখে তৰি, আপুনি অচ্যুত স্বৰূপ সিতো হোৱয় ॥ ৮৬ ॥ ৰমানন্দপদ যুগলৰ, মকৰন্দ মধুব্রত প্রায়, ভকত সকল যি দিশত প্রকাশয়। সি দিশ জানিবা গঙ্গাদেবী, অনেক প্রবাহ ৰূপে আতি, পৰম নির্ম্মল স্বৰূপে শোভা কৰয় ॥ ৮৭ ॥ শ্রীমধুদ্বিষ ঈশ্বৰৰ, কীর্ত্তন মঙ্গল নিৰন্তৰ, যিতো ভূমিভাগে শুদ্ধৰূপে হোৱে যাত। তাৰ ধূলি যিতো শিৰে ধৰে, নিশ্চয়ে জানিবা সিতো নৰে, কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত। ৮৮ ॥ হে দেৱ মহেশ্বৰ হৰি, তযু কথামৃত পান কৰি, বঢ়ায়া ভকতি মনক শুদ্ধ কৰয়। বৈৰাগ্যে সে সাৰ ভৈল যাৰ, হেনয় বোধক লভি সুখে, পৰম নির্ম্মল বৈকুণ্ঠ গৈয়া পাৱয় ॥ ৮৯ ॥ হৰি সত্য নিত্য ভগবন্ত, নাহি পূর্ব্বাপৰ আদি অন্ত, তাহান চৰিত্র পৰম আনন্দ ৰস। তাক এড়ি মন দুৰাশয়, যতেক বিষয় বিষময়, তাকে আশা কৰি সংসাৰে মজি মৰস ॥ ৯০ ॥ মহন্ত সৱৰ সঙ্গ লৈয়া, হৰিত একান্তচিত্ত দিয়া, পৰম আনন্দে গায়ো হৰি গুণ নাম। সহজে কৃপালু দেৱ হৰি, লৈৱা আপুনাৰ দাস কৰি, হৰি দাস ভৈলে হৈবা ভাই পূর্ণকাম ॥ ৯১ ॥ কৃষ্ণ

নিগদতি অৰ্জ্জুনত, দেহাদিক আমি অতিক্ৰমি, গৈয়া আছো শুদ্ধ ব্ৰহ্মতো কবি উত্তম। এতেকে সে জানা ইতো লোকে, বেদতো প্ৰখ্যাত হুয়া আছে, মোৰ নাম ইতো প্ৰসিদ্ধ পুৰুষোত্তম ॥ ৯২ ॥ যিতো মহামতি গুৰু জনে, হৰি ভক্তি পথ উপদেশ, দিয়া দুঃখময় সংসাৰৰ পাৰ কৰে। হেনয় পৰম গুৰু ঋণ, সুঝিবাক প্ৰতি জানা নিষ্ঠ, অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে ॥ ৯৩ ॥ হৰি ভক্তি দাতা গুৰু ঋণ, সুঝিবাক যিতো অহঙ্কাৰী, অনেক যতনে মতন আ-লোচে মাত্ৰ। ঋণ সুঝিবাক ন পাৰয, জানিবাহা সিতো দুৰাশয়, উপলা সদৃশ বিনোদৰ ভৈল পাত্ৰ ॥ ৯৪ ॥ আপুন নামিক বহুতৰ, কৰি নিজ-সৰ্ব্ব শক্তি দিয়া, কালৰ নিয়ম নিবিহিলা স্মৰণত। এতাদৃশী তব কৃপাহৰি, মোহোৰ দুৰ্দ্দৈৱ দেখা কিনো, অনুৰাগ প্ৰভু নভৈল তয় নামত ॥ ৯৫॥ কত মহা দুঃখে পুণ্য কৰি, অপবৰ্গ যোগ্য নৰতনু, পায়া পৃথিবীত বিষয়ত মজি ৰৈল। ইসি খেদ হৰি সেৱা তেজি, আপুনাক আত্মঘাত কৰি, সিতো মহাপাপী আপুনি বঞ্চিত ভৈল ॥ ৯৬ । হৰি যেন অতিকৃপাময়, ভক্ত গুৰুজনো সেহি নয়, দুয়ো জন এক শৰীৰত মাত্ৰ ভিন্ন। কৃপাৰসে তুষ্ট হুয়া চিত্ত, লোকৰ হিতক চিন্তি নিত, নিজ গুণে তুষ্ট দুয়ো অহঙ্কাৰে হীন ॥৯৭॥ ভাৰত পুৰাণ আদি যত, প্ৰকাশ কৰয নানা মত, যত মহাজন সবৰ সভা মধ্যত। পৰম আনন্দ ৰস ময়, কোটি সূৰ্য্যসম প্ৰকাশয়, মহা ভাগ-ৱত নোহন্ত যাবে বেকত ॥ ৯৮ ॥ একান্ত ভকত যাৰা হয়,

কিছু অর্থ তাৰ। ন বাঞ্ছয়, মহা অদভূত হৰি গুণ নামৰ্ময়। পৰম মঙ্গল কৃষ্ণ যশ, যাত্ত পৰে আন নাহি ৰস, পৰম আনন্দ সমুদ্রে মজি ৰহয় ॥ ৯৯ ॥

ঘোষা ছন্দ ॥ যাদৰ যদুনন্দন, মাধব মধুসূদন। তুমি নিত্য নিৰঞ্জন নাৰায়ণ, তোমাত লৈলোঁ শৰণ ॥ ১ ॥ ইবাৰ করুণাময়, হৰি কমলাপতি, মোৰে ন চাড়িবা নাৰায়ণ। অরুণ চৰণ তলে, হৰি কমলাপতি, সত্য সত্য পশিলোঁ শৰণ ॥ ২ ॥ হৰিং চৰণত শৰণ লৈলোঁ এ হৰি নাৰায়ণ। মানবী জনম সফল কৈলো এ হৰি নাৰায়ণ ॥ ৩ ॥ গোপাল গোবিন্দ যদুনন্দন। কৃষ্ণৰ চৰণে লৈলোঁ শৰণ ॥ ৪ ॥ ৰাঘ-বৰ অভয় চৰণে। সত্যে সত্যে প্ৰশিলোঁ শৰণ ॥ ৫ ॥ ৰামৰ চৰণে শৰণ লৈলোঁ। মানবী জনম সফল কৈলোঁ ॥ ৬ ॥ হৰি ও হৰি চৰণে লাগোঁ। অভয় চৰণে মাগোঁ ॥ ৭ ॥ ৰাম ৰঘুপতি ৰঘুনন্দন। তোমাৰ চৰণে লৈলো শৰণ ॥ ৮ ॥

ভজন ॥ গোপীনাথ গোবিন্দ ৰাম কৃষ্ণ হৰি। ভজোহোঁ তোমাৰ পদ কমলত ধৰি ॥ ৯ ॥ ভজোঁ গোবিন্দ তোমাৰ পায়। মোক ন চাড়িবা সেৱক দায় ॥ ১০ ॥ ৰাম কৃষ্ণ গোপীনাথ গোবিন্দ। সেবোহোঁ তয়ু পদ অৰবিন্দ ॥ ১১ ॥ প্ৰণতপালক দেৱ গোবিন্দ। ভজোহোঁ তয়ু পদ অৰ-বিন্দ ॥ ১২ ॥ মোৰ প্ৰভু নাৰায়ণএ, হৰি হৰি তোমাৰ চৰণে মনে ভজোঁ। তোমাক ন জানি ভৱসিন্ধু মাঝে মজোঁ ॥ ১৩ ॥ ভুবন মোহন ৰাম, ভজিলোঁ তোমাৰ পায়। মহা মহা পাপী, যাৰ নাম জপি, উত্তম পদক পায় ॥ ১৪ ॥

ৰাম’ কৃষ্ণ নাৰায়ণ, নিৰঞ্জন নিৰাকাৰ,’ নিৰ্ব্বিকাৰ নিৰাময় হৰি। চিদানন্দ সদানন্দ, পুৰুষ পৰমানন্দ, ভজোঁ তুয়া চৰণত ধৰি। হৰি ৰাম, বিভু প্ৰভু অনন্ত দৈত্যাৰি ॥ ১৫ ॥

নমস্কাৰ ॥ দীনবন্ধু ৰাম দয়াশীল দেৱ। তুয়া পদ কমল সদায়ে কৰো সেৱ ॥ ১৬ ॥ মোৰ প্ৰভু ৰাম করুণা সাগৰ। আমি দুঃখিতক ন চাড়িবা দামোদৰ ॥ ১৭ ॥ মধু-ৰিপু ৰাম কমললোচন। তুয়া গুণ নাম ভৱ ভয় বিমো-চন ॥ ১৮ ॥ বন্দো মাধৱ মধুৰিপু ৰাম। তুয়া পদ কমল যুগল৹হৰিএ। ১৯ ॥

উপদেশ ॥ পীয়ু পীয়ু পীয়ু অমিয়া মধুৰি হৰি নাম, ৰাম ৰাম। দুৰতে তেজিয়া থৈযো আন যত মন কাম, ৰাম ৰাম ॥ ২০ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাইএ, সকল নিগমে ওহি সাৰ। সুমৰিতে হৰি বশ্য হোৱে ভাইএ, সুখে পাই ভৱ নদী পাৰ। ২১ ॥ ভাল উপাই পাইলো ভাই ভাইএ, ৰাম নাম নিগম ৰহস্য। একচিত্ত মনে ভাব ভাই ভাইএ, যাবে নাম তাকে কৰে বশ্য ॥ ২২ ॥ ৰাম কৃষ্ণ হৰি বুলিযো মুখে হৰি পদে মন মজাযো সুখে ॥ ২৩ ॥ ৰাম বুলি ফুৰা বাহু আচাৰি। কপটৰ মোট পেলৱা ফাৰি ॥২৪ ॥ ভজ ভগৱন্ত ভকতি ভাৱে। নাম লৈয়া গতি পতিতো পাৱে॰॥ ২৫ ॥ ৰাম নাম খানি ফুৰিয়ো গায়া। কি কৰি-বেক হৰিৰ মায়া ॥ ২৬ ॥ ৰাম নাম খানি লৈয়োক ডাটি। হেলায়ে - মাৰিয়ো যমেৰ ঘাটি ॥ ২৭ ॥ মুখে ৰাম নাম গাব। মাযাৰ বান্ধু মাৰিয়া যাব ॥ ২৮ ॥ ৰাম কৃষ্ণ নাম জপ

সঘনে । হৰিৰ চৰণ নেড়িবা মনে ॥ ২৯ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা । আশা সমুদ্ৰৰ মন তোলা ॥ ৩০ ॥ ৰাম কৃষ্ণ হৰি বুলিয়ো ঝাণ্টে । মিলিবে মৰণ হাটে কি বাটে ॥ ৩১ ॥

মহিমা ॥ হৰিত শৰণ লৈয়ো যিতো জনএ, হৰিৰ চৰিত্ৰ শ্ৰৱণ কীৰ্ত্তন কৰে । দুৰ্ঘোৰ অপাৰ সংসাৰ সাগৰএ, সিতো মহাজনে অতি অপ্ৰয়াসে তৰে ॥ ৩২ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাইএ, পৰম যতনে তেজিয়া যত অন্যায় । তোমাক মই ভাগো মোক ভাণ্ডাএ, চৈধ্যয় সাক্ষীক ভাণ্ডিবা কোন উপায় ॥ ৩৩ ॥ ভাৰতবৰিষ ধন্য কলি যুগ, হৰি হৰি হৰি হৰিএ, হৰি হৰি হৰি ব্ৰহ্মাৰ প্ৰাৰ্থনী নৰতনু অনুপাম । হৰিত একান্ত শৰণ পশিয়া, হৰি হৰি হৰি হৰিএ, হৰি হৰি হৰি ধৰ্ম্মশিৰোমণি ঘুষিয়ো হৰিৰ নাম ॥ ৩৪ ॥

আত্ম উপদেশ ॥ বিচাৰি দেখস পামৰ মনাইএ, ইহ পৰ লোকে হৰিসে সুহৃদ বন্ধু ৰাম ৰাম ॥ ৩৫ ॥ মজিয়া ৰহস সুহৃদ মনাইএ, হৰি গুণ নাম অপাৰ আনন্দ সিন্ধু ৰাম ৰাম । আলাস তেজিয়া মনাইএ, ভৃত্য ভয়-হাৰী হৰিসে পৰম গতি ৰাম ৰাম ॥ ৩৬ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলৰে পামৰ মন, ভুলিয়া কমনে পাপী মৰ । যাৰ মায়া পাশে বন্দি, হুযাচ পামৰ মন, তানে দুই চৰণত ধৰৰে পামৰ মন ভুলিয়া কমনে পাপী মৰ ॥ ৩৭ ॥ গোবিন্দ বোল মনাই, মুকুন্দ বোল মনাই, ব্ৰহ্মা হৰে যাত শৰণ পশয়, আনৰ কোন বড়াই ॥ ৩৮ ॥ বিষয় বিকলে ন মৰ মন । সদায়ে চিন্তিয়ো হৰি চৰণ ॥ ৩৯ ॥ নিগম নিগূঢ়

হৰিৰ নাম। নলৈয়া মন কৰ কোন কাম ॥ ৪০ ॥ ভৱসিন্ধু সেতু হৰি চৰণ। যম কাল মায়া দুঃখতৰণ ॥ ৪১ ॥ কপট আচাৰ তেজিয়া মন। কেৱল ভজিয়ো হৰিৰ চৰণ ॥ ৪২ ॥ কৈতৰ তেজিয়া ভজিয়ো হৰি। তেবেসে হৰি লৈবা দাস কৰি ॥ ৪৩ ॥ হৰিৰ আশ্ৰয় নেড়িবা ভাই। একান্তিক সুখ তেবেসে পাই ॥ ৪৪ ॥ একান্তে হৰিত কৰিয়ো ৰতি। কৰিসে নিজ ভকতৰ গতি ॥ ৪৫ ॥ সৰ্ব্ব পুৰুষাৰ্থ কৈতৰ জান। হৰি মাত্ৰ সত্য বেদ প্ৰমাণ ॥ ৪৬ ॥ পৰম শ্ৰেয়স হৰি ভকতি। জানি হৰি পাৱে কৰিযো ৰতি ॥ ৪৭ ॥ হৰি গুণ নাম কৰিয়ো সাৰ। নিজ যশ প্ৰিয় জগ আধাৰ ॥ ৪৮ ॥ বিধিৰ ঈশ্বৰ হৰি ভকতি। গাযো হৰি যশ নিৰ্ম্মল মতি ॥৪৯॥ লৈযো একে মাত্ৰ সাধু সঙ্গতি। তেবেসে নিৰ্ম্মল হৈব ভকতি ॥ ৫০ ॥ যাবত কৈতৰ নেড়স মন। তাবৰ্ত ন পাইবি চৰণ ॥ ৫১ ॥ কৈতৰ সত্য জান ভাল কৰি। ভজিয়ো হৰিক কৈতৰ এড়ি ॥ ৫২ ॥ হৰিত বিনায় সবে কৈতৰ। ভজ হৰি পাৱে কৰি উৎসৱ ॥ ৫৩ ॥ ক্ষণিক জীবন জানি মনাই। তৰিয়ো সুখে হৰি গুণ গাই ॥ ৫৪ ॥ দুৰ্ঘোৰ সংসাৰ নিকাৰ জানি। নেড়িবা মুখে সদা ৰাম বাণী ॥ ৫৫ ॥ তেবেসে হৰিৰ পাইবা আশ্ৰয। ভজিযো হৰি তেজি লাজ ভয় ॥ ৫৬ ॥ নিৰ্গুণ হৰিৰ গুণক গাযা। পৰমানন্দ পাইবা তেজি মায়া ॥ ৫৭ ॥ হৰি গুণ নাম নিগম তত্ত্ব। মুকুত সৱৰো মুখ্য সম্মত ॥ ৫৮ ॥ জানি হৰি পদে নেড়িয়ো আশ। কহে মূঢ়মতি মাধৱ দাস ॥ ৫৯ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম

কৃষ্ণ রাম কৃষ্ণ রাম কৃষ্ণ বোল মন ভাই। হৰিয়ো সন্তোষ হয়, গুচয় সংসাৰ ভয়, হৰি পদ সেৱা সুখ পাই হৰি ৰাম॥ ৬০ ॥

নিন্দা॥ হৰিৰ নামৰ কীৰ্ত্তন সুখ। ন জানে যি জনে হৰি বিমুখ॥ ৬১ ॥ ন কৰে কীৰ্ত্তন যিতো পামৰ। সি জন অধীন ভৈল যমৰ॥ ৬২ ॥ হৰি গুণ নাম ন লৱে মুখে। যমৰ যাতনা ভুঞ্জিবে দুঃখে॥ ৬৩ ॥ ন কৰে কীৰ্ত্তন হৰি নামৰ। কি কাৰ্য্যে মনুষ্য ভৈল পামৰ॥ ৬৪ ॥ হৰি কীৰ্ত্তনত ন কৰে ৰতি। পশুতো অধম সিতো কুমতি॥ ৬৫ ॥ কুকুৰে সদা হৰি গুণ গায়। জানিবা মুহিলে হৰিৰ মাযা॥ ৬৬ ॥ হৰি কীৰ্ত্তনত নেদিলে চিত। সিতো ভাগ্যশূন্য ভৈল বঞ্চিত॥ ৬৭ ॥

আত্ম নিন্দা॥ তুমি প্ৰাণ প্ৰিযতম, সুহৃদ পৰম দেৱ, প্ৰাণ প্ৰভূ পীতাম্বৰএ, তুমি সে কেৱলে আত্মা মোৰ। হৰি হৰি তুমি সে কেৱলে আত্মা মোৰ। তোমাক ন জানি জড়, মিচা শৰীৰক মই, প্ৰাণ প্ৰভু পীতাম্বৰএ, আত্মা বুলি ভৈলো সেৱা চোৰ। প্ৰাণ বন্ধু কিনো মই অজ্ঞানী দুৰ্ঘোৰ হৰিএ॥ ৬৮ ॥

খেদ॥ দুৰ্ব্বাৰ দুঃসঙ্গ, দুৰ্ব্বাসনা দুষ্ট, হৰি হৰি হৰি হৰিএ, অনাদি অবিদ্যা আপুনি ভৈলো মোহিত। অনাত্মা দেহক আত্মা বুদ্ধি কৰি, হৰি হৰি হৰি হৰিএ, সেৱা পৰিহৰি সি সুখে ভৈল বঞ্চিত। মায়াময় ঘোৰ সংসাৰ নিকাৰ, হৰি হৰি হৰি হৰিএ, তাকে সুখ মানি

মগ্ন ভৈল মোৰ চিত্ত ॥ ৬৯ ॥ তুমি শুদ্ধ বুদ্ধি নিত্য, নির্ম্মল নিৰ্গুণ দেৱ, মোৰ প্ৰভু নাৰায়ণএ, স্বৰূপ আনন্দে সদা সুখী। হৰি হৰি তুমি নিজানন্দে সদা সুখী। আমি মূঢ়মতি ঘোৰ, অবিদ্যা সাগৰে মজি, মোৰ প্ৰভু নাৰায়ণএ, তোমাক ন জানি ভৈলো দুঃখী। হৰি হৰি স্বৰূপ ন জানি ভৈলো দুঃখী হৰিএ ॥ ৭০ ॥ অখণ্ডিত সদা শুদ্ধ, চৈতন্য শক্তিৰ বলে, মোৰ প্ৰভু নাৰায়ণএ, তুমি দূৰ কৰি আচা মায়া। হৰি হৰি তোমাৰ নিকটে নাহি মায়া। তোমাক ন ভজোঁ পদে, মায়াযে মুহিলে মোক, মোৰ প্ৰভু নাৰায়ণএ, আৰে কৃপাময় কৰা দায়া। হৰি হৰি মায়াক নিবাৰি কৰা দায়া হৰিএ ॥ ৭১ ॥ দৈৱকী নন্দন দেৱ দৈৱকী নন্দন দেৱ, দীনবন্ধু দামোদৰএ, হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক। প্ৰাণ বন্ধু ইবাৰ নেড়িবা হৰি মোক। ভকতি মিনতি স্তুতি, প্ৰণতি ন জানো মই, দীন বন্ধু দামোদৰএ, হৰি হৰি আৰে মোৰ কেন গতি হোক। প্ৰাণ বন্ধু মোৰ মন তোমাত ৰহোক হৰিএ ॥ ৭২ ॥ হে কৃষ্ণ তুমি নিজ, আত্মা প্ৰিয়তম গুৰু, মোৰ প্ৰভু নাৰায়ণএ, পৰম ঈশ্বৰ ভয়হাৰী। হৰি হৰি তুমি ইষ্টদেৱ ভয়হাৰী। এতেকে জানিয়া তয়ু, চৰণে শৰণ লৈলোঁ, মোৰ প্ৰভু নাৰাযণএ, ন চাড়িবা ইবাৰ মুৰাৰি। হৰি হৰি লৈযো মোক মায়াক নিবাৰি হৰিএ ॥ ৭৩ ॥ মনুষ্য যোনিৰ কৰ্ম্মে, নিঃশেষ যোনিত ফুৰি দীনবন্ধু দামোদৰএ, হৰি হৰি বাৰে বাৰে ভুঞ্জিলোঁ অপাৰ। দীনবন্ধু, কতবা ভুঞ্জিলোঁ নাহি পাৰ। ইবেলি তোমাৰ দুই, চৰণে শৰণ

লইলোঁ, দীনবন্ধু দামোদৰএ, হৰি হৰি ন কৰিবা মোক পৰিহাৰ। প্ৰাণবন্ধু চৰণত ৰাখিয়ো ইবাৰ হৰিএ ॥ ৭৪ ॥ পুনুঃ পুনু নৰতনু, লভিয়া তোমাক তেজি, দীনবন্ধু দামোদৰএ, হৰি হৰি সংসাৰে ভ্ৰমিলোঁ অসংখ্যাত। দীনবন্ধু কত বা কৰিলোঁ আয়াজাত। ইবেলি কৰুণাময়, তোমাৰ কিঙ্কৰ ভৈলোঁ, দীনবন্ধু দামোদৰএ, হৰি হৰি ৰতি মোৰ ৰহোক তোমাত। প্ৰাণবন্ধু চৰণত কৰোঁ প্ৰণিপাত ॥ ৭৫ ॥ মাধৱ মুকুন্দ মুৰাৰি, কি গতি হইব হামাৰ। মায়াৰ ৰচনা আশানদী মাঝে মজিয়া ন পাইলোঁ পাৰ ॥ ৭৬ ॥

মহিমা ॥ ৰামৰ নামেসে অমিয়াঝুৰে। ভকত জন মনোৰথ পূৰে ॥ ৭৭ ॥ ভাল ভাৰসা পায়া আছি হৰি কৰুণাময়, ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ। ৰাম বুলিতে পাপী তৰে, হৰি কৰুণাময়, সকল আপদ হোৱে দূৰ ॥ ৭৮ ॥ ভকত সবে ৰাম নাম গাৱে। কাল মায়া ডৰে তৰতৰাৱে ॥ ৭৯ ॥

কাৰুণ্য ॥ জয় জগজীৱ মোৰে প্ৰাণ, মোৰ প্ৰাণধন বান্ধৱ মুৰাৰি। শ্ৰৱণ আনন্দে শুনিচোঁ গোবিন্দ, তুমি দীন দুঃখহাৰী ॥ ৮০ ॥ মোৰ জীৱধন গোপীনাথ, প্ৰাণ গোপীনাথ পশিলোঁ শৰণে। মোৰ প্ৰাণ মন, মজিয়া ৰহোক, তোমাৰ চৰণে ।৮১॥ দুগুটি অক্ষৰ ৰাম নাম, শ্ৰীৰাম নাম অমিয়ামধুৰী ঝুৰে। অতি সুকোমল, পৰম মঙ্গল, সবে মনোৰথ পূৰে ॥৮২॥ জয় জয় নিত্য নিৰঞ্জন, নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন। পৰম অভয়, তোমাৰ চৰণ, তাপ তিনি বিনাশন ॥ ৮৩ ॥ দয়াশীল দেৱ দামোদৰ, তুমি দীন জন বন্ধু। পতিত পাৱন,

তুমি কৃপাময়, কেৱলে করুণাসিন্ধু ॥ ৮৪ ॥ হৰি হৰি হৰি হৰিএ, হৰি হৰি হৰি, তুমি কৃপাময় দীন দুঃখ বিনাশন। ভৃত্য ভয়হাৰী, জানিযা তোমাৰ, চৰণে লৈলোঁ শৰণ ॥ ৮৫ ॥ হে কৃষ্ণ দয়াশীল, দয়া ন চাড়িবা মোক। অজ্ঞান তিমিৰ, নাশিযা বিজ্ঞান, প্ৰদীপ প্ৰভু দিয়োক ॥ ৮৬ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম, ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি। অচিন্ত্য অনন্ত, সুখৰ সাগৰ, কৃষ্ণৰ পদ ভকতি ॥ ৮৭ ॥ হে প্ৰাণ প্ৰভু কৃষ্ণ দেৱ, প্ৰাণ কৃষ্ণ দেৱ, দীনক কৰিয়ো দায়া। পৰম তাপিতে, মাগোহোঁ তোমাৰ, শীতল চৰণ ছায়া। ৮৮ ॥ প্ৰাণ প্ৰিয়তম যদুদেৱ, দিযো মোক এহি দান। ক বায়ো তোমাৰ, চৰণ সেৱাৰ, সন্তোষ অমিয়া পান ॥ ৮৯ ॥ নমো ৰাম কৃষ্ণ সদাশিৱ, সদাশিৱ কৃষ্ণ, তুমি জগতৰ পতি। অপাৰ ৰহিত, মাগোহোঁ ভকতি চৰণে কৰি প্ৰণতি ॥ ৯০ ॥ জগত গুৰু নাৰায়ণ, জগত গুৰু নাৰাযণ, মোৰ প্ৰভু ৰাম কৃষ্ণ ৰাম। হৰিতো হৰি ৰাম কৃষ্ণ ৰাম ॥ ৯১ ॥ ৰাম কৃষ্ণ নিৰঞ্জন, ৰাম কৃষ্ণ নিৰঞ্জন, দীনবন্ধু নাৰায়ণএ, তুমিতো প্ৰভু অগতিৰ গতি ॥ ৯২ ॥ গোপীনাথ গোপীনাথ, মোৰে কমলা কান্ত, মোৰ প্ৰভু ৰাম নাৰায়ণ। অভয় চৰণ পাই পশিলোঁ শৰণ ॥৯৩॥ অনাদি অনন্ত হৰিএ, জীৱন বন্ধু, ৰাম কৃষ্ণ করুণা সাগৰ। অনাথৰ নাথ দয়াশীল দামোদৰ ॥ ৯৪ ॥ পৰম পুৰুষ হৰিএ পৰমানন্দ, পৰম কাৰণ নাৰায়ণ। ভকতৰ ধন তযু অৰুণ চৰণ। অনন্ত অচ্যুত সদাশিৱ সনাতন। ৯৫ ॥ জয়তি জগত গুৰুএ গুণৰ নিধি, নিত্য নিৰঞ্জন নিৰাকাৰ। তোমাৰ

চৰণে সদা শৰণ আমাৰ ॥ ৯৬ ॥ দৈৱকীনন্দন প্ৰভুএ পৰম গুৰু, দয়াশীল দেৱ নিৰঞ্জন। তুৱা পদ কমলে মজোক মেৰি মন। ৯৭ ॥ জগত জীৱন যদুএ যাদৱানন্দ, জগত কাৰণ যদুপতি। তুমিসে কেৱল নিজ ভকতৰ গতি ॥ ৯৮ ॥ ভকত বৎসল প্ৰভুএ ভকত বন্ধু, ভকত ৰঞ্জন ভয়হাৰী। ভকতৰ নিজগতি তুমিসে মুৰাৰি ॥ ৯৯ ॥ পতিত জনৰ গতিএ জগত পতি, পতিত পাৱন ভগৱন্ত। পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত ॥ ১০০ ॥ করুণাময় ৰাম করুণা-ময়। কৰিযো কৃপা যেন উচিত হয় ॥ ১০১ ॥ তুমিসে ৰাম কৃপা ৰসৰ নিধি। তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি ॥ ১০২ ॥ তোমাৰ কৃপাকেসে কৰিচোঁ আশ। অৰুণ পদ তলে দিয়োক বাস ॥ ১০৩ ॥ সহজে তুমি ৰাম করুণা সিন্ধু। তোমাত বিনে আন নাহিকে বন্ধু ॥ ১০৪ ॥ তোমাৰ কৃপালেশে আমাৰ গতি। কহয় মাধৱ মুৰুখ মতি ॥ ১০৫ ॥

কাকুতি। কিমতে ভকতি কৰিব তোমাত হৰিএ, মই মূঢ়মতি ন জান তাৰ উপাই ৰাম ৰাম। মহা বলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰিএ, আমাৰ মনক তেজিয়া দূৰ ন জাই ৰাম ৰাম ॥ ১০৬ ॥ তোমাৰ মাযায়ে মন মুহি আছে হৰিএ, অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাও ৰাম ৰাম। অভয় চৰণে শৰণ পশিলোঁ হৰিএ, তুয়া গুণ নাম ভকতি প্ৰদীপ চাঁও ৰাম ৰাম ॥ ১০৭ ॥ ভকতি মিনতি প্ৰণতি ন জানোঁ হৰিএ, মোতপৰে জ্ঞানশূন্য হীন মতি নাই ৰাম

ৰাম ৰাম ॥ ১০৮ ॥ হৰিএ করুণা সিন্ধু, জীৱন বন্ধু, গতি-মতি তুমি নাৰায়ণ। তুয়া গুণ নাম ভকতৰ মহাধন ॥ ১০৯ ॥ পতিত বুলিয়া মোক হৰি হৰি এৰাম, তেজিতে ন.পাৰা নাৰায়ণ। পৰম করুণা গুণে হৰি.হৰি এৰাম, নাম ধৰিচা পতিত পাবন ॥ ১১০ ॥ দায়াৰ ঠাকুৰ হুয়া দায়া কেনে ন কৰয়। ৰাম কৃষ্ণ নাৰায়ণ দীন দয়াময় ॥ ১১১ ॥ মোকে কৃপা কৰা হৰিএ, দান্তে ধৰোঁ তৃণ, মাথে ধৰোঁ তৃণ, তুমি কৃপাময়ক ন জানোঁ এত দিন ॥১১২॥ মোকে কৃপা কৰাএ ঐ বন্ধু ৰাম প্ৰাণ বন্ধু ৰাম, নেৰোক মুখে ৰাম কৃষ্ণ নাম, মোকে কৃপা কৰাএ ॥ ১১৩ ॥ পতিত পাৱন বুলি নাৰায়ণএ, পৰম প্ৰতিতে ডাকে আতুৰ হৈযা। তযু বেদবাণী আমি আচোঁ শুনিএ, মহা পাপী তৰে তযু নাম লৈয়া। ১১৪ ॥ তুয়া গুণ নাম অমৃত আশায়এ, তোমাৰ চৰণে বিকা গৈলোঁ মূঢ়মতি। চৰণত ধৰোঁ কাতৰ কৰোঁএ, মই অনাথক ন চাড়িবা যদুপতি ॥ ১১৫ ॥ তোমাৰ সেৱক ভৈলোঁ নাৰায়ণএ, নিশ্চয়ে৹ তোমাৰ দিবাক লাগে প্ৰসাদ। নিজ ভৃত্য কৰি লৈয়ো গোপীনাথএ, তযু কৃপাময় মিলয় কোন প্ৰমাদ ॥১১৬॥ হে দয়াশীল দেৱ দামোদৰএ, তোমাৰ চৰণে বোলোঁহোঁ কাকুতি বাণী। মোক নিজ দাস কৰি লৈলে হৰিএ, কহিয়ো কৃপাল তোমাৰ কি হয় হানি ॥ ১১৭ ॥ পৰম কৃপালু হৈয়া যদুপতিএ, কোন অপৰাধে মোক ভৃত্য পৰি হৰা। শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰিএ, যিতো নাম লবে তাকে মোৰ বুলি ধৰা ॥ ১১৮ ॥ জ্ঞানশূন্য অতি,

পশু পক্ষি জাতিএ, তাকো অনুগ্ৰহ করি আচা কৃপাময় । আকে জানি হৰি শৰণ পশিলোঁএ, আমাক তোমাৰ তেজিতে উচিত নয় ॥ ১১৯ ॥ তোমাৰ সে নিজ ভৃত্য ভৈলোঁ হৰিএ, কৃপাৰ সাগৰ তুমি মোৰ নিজ স্বামী । মই অনাথক ন বঞ্চিবা হৰিএ, তযু সেৱা ৰস আশা কৰিয়াচোঁ আমি ॥ ১২০ ॥ বেদৰ গুপুত বৃত্তি নাৰায়ণএ, দৈবকীত হন্তে সাক্ষাতে ভৈলা বিদিত । জীৱৰ তাৰণ হেতু নাৰায়ণএ, প্ৰচাৰিলা নিজ যশ ধৰ্ম্ম বিপৰীত ॥ ১২১ ॥ ভকতৰ বশ্য হুইবাৰ শঙ্কাযএ, যোনা মোক তুমি দাস পৰিহৰা হৰি । ইতো শঙ্কা হৰি দূৰতে তেজিয়াএ, সেমোক তোমাৰ ভৃত্যৰ অধীন কৰি ॥ ১২২ ॥ তোমাৰ গুণৰ মহিমা দেখিয়াএ, আন যত কাম দূৰতে তেজিযা থৈলোঁ । তযু পদ সেৱা ৰসক আশায়এ, তোমাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলোঁ ॥ ১২৩ ॥ সহজ কৃপালু গুণক প্ৰকাশিএ, ধৰি আচা হৰি ভকতবৎসল নাম । ধেনু যেন মতে বৎসক পালয়এ, তুমি সেহিমতে ভকতৰ পালা ৰাম ॥ ১২৪ ॥ আমি যত জীৱ তোমাৰ পালনএ, হৰি হৰি হৰি হৰিএ, তুমি সে পালিয়া ফুৰা হুয়া অন্তৰ্য্যামী । আৰ যেবে নিজ ভৃত্য বুলি পালা, হৰি হৰি হৰি হৰিএ, তেবে সে কৃপাল কৃত কৃত্য হওঁ আমি ॥ ১২৫ ॥ তুমি যাক পালা সিয়োজন আমি, হৰি হৰি হৰি হৰিএ, সংসাৰ বিকাৰ ভুঞ্জিয়া ফুৰোঁ বহুত । তোমাৰ অধীন হুয়া কেনে আমি, হৰি হৰি হৰি হৰিএ, ভৈলোহোঁ স্বতন্ত্ৰ ইতো কিনো অদভুত ॥ ১২৬ ॥ তোমাক

পৰম ঈশ্বৰ নমানি হৰি হৰি হৰি হৰিএ, মহা অহঙ্কাৰে দ্রোহ আচৰিলোঁ আমি। আবে তযু পদে শৰণ পশিলোঁ, হৰি হৰি হৰি হৰিএ, মই দ্রোহিয়াৰ দোষ ক্ষমা কৰা স্বামী॥ ১২৭॥ দাস হুয়া তবু সেবা ন কৰিলোঁ হৰি হৰি হৰি হৰিএ, ইতো ঘোৰ অপৰাধৰ চিকিৎসা নাই। তুমি পুনু প্রভু সহজ কৃপালু, হৰি হৰি হৰি হৰিএ, শৰণ পশিলোঁ ক্ষমিবে প্রভু জুৰাই॥ ১২৮॥ মই অজ্ঞানিৰ যতেক অজ্ঞান, হৰি হৰি হৰি হৰিএ, কথা কহি কোনে সীমা কৰিবেক তাক। ইতো মোৰ ঘোৰ দোষ পৰিহৰি, হৰি হৰি হৰি হৰিএ, কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক॥ ১২৯॥ প্রিযতম আত্মা ঈশ্বৰ দেৱতা, হৰি হৰি হৰি হৰিএ, কৃষ্ণেস সুহৃদ বান্ধৱ গুৰু আমাৰ। কৃষ্ণৰ চৰণ পঙ্কজ বিনাই হৰি হৰি হৰি হৰিএ, মই অনাথৰ গতি নাহি নাহি আৰ॥ ১৩০।

প্রার্থনা॥ অচিন্ত অনন্ত শকতিৰ পতি, হৰি হৰি হৰি হৰিএ, তুমি কৃপাময় দেৱ অগতিৰ গতি। তুমি সত্য সনাতন সদাশিৱ, হৰি হৰি হৰি হৰিএ, তোমাৰ চৰণে মাগোহোঁ নির্ম্মল ৰতি॥ ১৩১॥ হে হৰি মোৰ মুখে ন চাড়োক, হৰি হৰি হৰি হৰিএ, পৰম নির্ম্মল তযু গুণ নাম যশ। কৰা কৃপা কৃষ্ণ মনত মিলোক হৰি হৰি হৰি হৰিএ, তযু পদ সেৱা পৰম অমিয়া ৰস॥ ১৩২॥ জয় জয় ৰাম করুণাসাগৰএ, মোক নাৰায়ণ ইবাৰ কৰিযো দায়া। অভয় চৰণে শৰণ পশিলোঁএ, প্রভু দামোদৰ দূৰ কৰা

মোৰ মায়া। ১৩৩॥ যাদৱ যদুনন্দন মুকুন্দ মুৰবিনাশী। অবিদ্যা সাগৰে মজিলো মাধৱ উদ্ধাৰ কৰিযো আসি ॥ ১৩৪॥ জীৱন যাদৱ ৰায, সেবোহোঁ তোমাৰ পায়, যম নেৰিবা নফৰ দায়, তুৱা পাৱে ৰতি, যিমতে কৰিবোঁ, দিয়োক নাথ উপায় ॥ ১৩৫ ॥ যাদৱ জয় যদুপতি তোমাৰ চৰণে লাগোঁ। শ্ৰৱণ কীৰ্ত্তন নিৰ্ম্মল ভকতি কাকুতি কৰিয়া মাগোঁ ॥ ১৩৬ ॥ দীন দয়াশীল যাদৱ সেৱক লৈয়ো উদ্ধাৰি। দান্তে তৃণ কৰোঁ চৰণত ধৰোঁ, নেৰিবা মোক মুৰাৰি ॥ ১৩৭ ॥ করুণাময়, করুণাসাগৰ কৃপাৰ করুণা সিন্ধু। তোমাৰ কৃপাৰ, আমি নোহোঁ পাত্ৰ, তুমি পূৰ্ণ দীন বন্ধু ॥ ১৩৮ ॥ ৰাম কৃষ্ণ হৰি গোবিন্দ, দীন দয়াশীল স্বামী। তোমাৰ চৰণে সহজ বাসনা, শৰণ মাগোঁ আমি ।। ১৩৯ ।। মোৰ প্ৰাণ বন্ধু গোবিন্দ, সেৱক কৰিয়ো লৈয়ো। আন একো কাম ন মাগোঁ তোমাৰ, ভৃত্যৰ সঙ্গত থৈয়ো ।। ১৪০ ।। জয় যদুপতি যাদৱ তুমি অগতিৰ গতি। দান্তে তৃণ ধৰি, তোমাৰ চৰণে মাগোঁহোঁ সাধু সঙ্গতি ।। ১৪১ ॥ ৰাম কৃষ্ণ হৰি গোবিন্দ, সেৱক ভৈলোঁ তোমাৰ। অভয় চৰণে, শৰণ পশিলোঁ চুৰিয়ো মায়া হাৰাৰ ।। ১৪২ ।। গোবিন্দ গোপাল গোপীনাথ, দয়া ন চাড়িবা মোৰে অপাৰ সংসাৰ আৰ নাহি পাৰ, মজিলোঁ এদুঃখ ঘোৰে ।। ১৪৩ ।। হৰি হৰি হৰি হৰিএ, কৃষ্ণ ৰাম নাৰাযণ। কৰা হৰি মোৰ মাযা উপশাম নাৰায়ণ নাৰায়ণ ।। ১৪৪ ।। গোপীনাথ ইবাৰ মোক নেড়িয়ো। তযু মায়া জাল, জঞ্জাল গুচায়া চৰণে শৰণ

দিয়োঁ ॥ ১৪৫ ॥ গোপাল গোপাল পালয় কৃপাময়। তুয়া পাবে মোব বতি মতি যেন নচাড়য় ॥ ১৪৬ ॥ বাম বাঘব বঘুপতিএ তুমি দেব অগতিব গতি নাএ। তুয়া পদ কমলব, মকবন্দ বসে বতি, কবিয়া থাকোক মোব মতি নাএ ॥১৪৭॥ জয় যাদব যদুপতিএ, তুয়া পাবে পশিলোঁ শবণ নাএ। ভাল কথা শুনি আছি, মনে লৈলোঁ সাব বাচি, তুয়া নাম পতিত পাবন নাএ ॥ ১৪৮ ॥ প্রাণ বান্ধব মাধবএ, দযাশীল দৈবকী নন্দন নাএ। তুমি দেব দীনবন্ধু, কেবলে করুণা সিন্ধু, কবো তয়ু চবণে বন্দন নাএ ॥ ১৪৯ ॥ চিদানন্দ বাম সদানন্দ হবি। নিত্যানন্দ কৃষ্ণ মোক লৈযো দাস কবি ॥ ১৫০ ॥ হবি তুমি আনন্দ সিন্ধু। হামো ভিক্ষাবি মাগোঁ এক বিন্দু ॥ ১৫১ ॥ মধুবিপু বাম বঘুপতি। তোমাব চবণে মোব গতি ॥ ১৫২ ॥ অরুণ চবণে দিযো ছায়া বাম বাম। তেবেসে তবিবো তয়ু মায়া বাম বাম ॥ ১৫৩ ॥ দাঁন্তে তৃণ ধবি হবি চবণত লাগোঁ। তয়ু কৃপা বসব কলিকা এক মাগোঁ ॥ ১৫৪ ॥ দয়াকবা দয়াকবা মোবে হে বাম। তোমাব চবণে হবি, হৃদয় পঙ্কজে ধবি, মুখে লৈবো তুয়া গুণ নামএ যদুমণিএ ॥ ১৫৫ ॥ বাম কৃষ্ণ বুলি অনাথে ডাকয় এহবি নাবায়ণ। অনাথক দয়া কবা কৃপাময় এহবি নাবায়ণ ॥ ১৫৬ ॥ নাবায়ণ নাবায়ণ নাবায়ণ নাবায়ণ জয় নাবাযণ। তোমাব অরুণ চবণ, পঙ্কজে, নিমজোক মোবি মন ॥ ১৫৭ ॥ নাবাযণ নাবায়ণ, তুয়া চবণে আমাব মজোক মন জয় বাম ॥ ১৫৮ ॥ এবাম বাম জয় পবমানন্দ।

পীয়োঁ তযু চৰণ কমল মকৰন্দ ॥ ১৫৯ ॥ এৰাম ৰামকৃষ্ণ ৰাম নাৰায়ণ। তযুপদ কমলে মজোক মেৰি মন ॥ ১৬০ ॥ এৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন। তুমিসে ঈশ্বৰ দেৱ ভকত ৰঞ্জন ॥ ১৬১ ॥ এৰাম ৰাম কৃষ্ণ ৰামকৃষ্ণ ৰাম। তুমি গুণ-নিযন্তা নির্গুণ গুণ ধাম ॥ ১৬২ ॥ ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম, শ্ৰীৰাম দেৱ ৰঘুপতি। হে প্ৰভু ৰঘুনাথ প্ৰণামো দণ্ডবত মাথ, তুমি মোৰ হৈবা নিজগতি হৰি ৰাম ৰঘুকুলনন্দন মুৰাৰি ॥ ১৬৩ ॥ গোপাল গোবিন্দ ৰাম, গোপাল গোবিন্দ ৰাম, গোপাল গোবিন্দ জয় ৰাম। তোমাৰ চৰণে হৰি, কেৱল ভকতি বিনে, মোৰ আৰ নাহি আন কাম হৰি ৰাম ॥ ১৬৪ ॥ গোপীনাথ গোপীনাথ, গোপী-নাথ গোপীনাথ, গোপীনাথ গোপীনাথ হৰি। তোমাৰ অভয় দুই, চৰণে শৰণ লৈলোঁ, লৈযো মোক নিজ দাস কৰি হৰি ৰাম ॥ ১৬৫ ॥

নামছন্দ। কৃষ্ণ ৰাম কৃষ্ণ ৰাম ॥ ১ ॥ কৃষ্ণ কৃষ্ণ ৰাম, জয় জয় ৰাম ॥ ২ ॥ কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম। অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ ॥ ৩ ॥ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম মুৰাৰি। অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী ॥ ৪ ॥ গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি। ভকতি ৰোচন, দুঃখ বিমোচন ভকতৰ ভয়-হাৰী ॥ ৫ ॥ পৰম পুৰুষ পৰম আনন্দ, পৰম গুৰু মুৰাৰি। অনাদি অনন্ত, অচ্যুত গোবিন্দ, ভকতৰ ভয়হাৰী ॥ ৬ ॥ জয় যাদৱএ, মোৰে প্ৰাণ জীৱেৰ জীৱন নাৰায়ণ। ভকতৰ ধন

তযু অরবিন্দ চৰণ ॥ ৭ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি। ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি। ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ ॥ ৮ ॥ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম, ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম এহৰি নাৰায়ণ ॥ ৯ ॥ ৰাম ৰাম ৰাম ৰাম ৰাম। ৰাম কৃষ্ণ হৰি নাৰায়ণ ॥ ১০ ॥ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম। ৰাম ৰাম হৰি হৰি হৰি ॥ ১১ ॥ হৰি হৰি ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম শ্ৰীৰাম জয় জয়-ৰাম ॥ ১২ ॥ ৰাম ৰাম ৰাম ৰাম গোপাল। জীৱেৰ জীৱন যদুৰায় ॥ ১৩ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় ৰাম জয় ৰাম ॥ ৪ ॥ দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ। দামোদৰ দামোদৰ দেৱ দামোদৰ ॥ ১৫ ॥ অনাদি অনন্ত সদাশিৱ সনাতন হৰিএ। নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন। নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি নিৰঞ্জন নিৰঞ্জন ॥ ১৬ ॥ মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম। ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ ॥ ১৭ ॥ যাদৱ যদুপতি মাধৱএ, ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ। নাৰায়ণ নাৰাযণ হৰি নাৰায়ণ ॥ ১৮ ॥ ৰাম কৃষ্ণ গোবিন্দ, গোপীনাথ হৰি গোপীনাথ। গোপীনাথ গোপীনাথ হৰি গোপী-নাথ ॥ ১৯ ॥ করুণা সাগৰ মোৰ বান্ধৱএ, ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ॥ ২০ ॥ ৰাম ৰাম ৰাম ৰাম গোবিন্দ ৰাম ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম ॥ ২১ ॥ ৰাম কৃষ্ণ হৰি গোপাল গোবিন্দ মুকুন্দ ৰাম মুৰাৰি ॥ ২২ ॥ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম

কৃষ্ণ রাম কৃষ্ণ রাম ॥ ২৩ ॥ রাম কৃষ্ণ রাম কৃষ্ণ ধাম কৃষ্ণ রাম গোবিন্দ জয় রাম ॥ ২৪ ॥ রাম কৃষ্ণ রাম কৃষ্ণ রাম কৃষ্ণ রাম হরি রাম কৃষ্ণ রাম। রাম কৃষ্ণ রাম কৃষ্ণ রাম ॥২৫॥ হরি রাম রাম রাম রাম রাম রাম রাম। পতিত পাবন হরি গুণে অনুপাম ॥ ২৬ ॥ মোর প্রভু নারায়ণ রাম কৃষ্ণ রাম। ভকতবৎসল হরি গুণে অনুপাম ॥ ১৭ ॥ রাম কৃষ্ণ নারায়ণ হরিরেহে প্রভুরেহে রাম রাম রাম ॥ ২৮ ॥ মুকুন্দ মাধব মুরারি মধুরিপু। জগত জীবন রাম হরি হরি ॥ ২৯ ॥ জয়তি যদুপতি জগত জীবন। যাদব মাধব রাম হরি হরি ॥ ৩০ ॥ পরম পুরুষ রাম জয় জয় ॥ ৩১ ॥ রাম রাম কৃষ্ণ রাম রাম কৃষ্ণ। রাম রাম কৃষ্ণ রাম রাম হরি হরি ।৩২॥ রাম রাম রাম রাঘব রঘুপতি। প্রণত পালক দেব হরি হরি, প্রপন্ন তারক দেব জয় জয় ॥৩৩॥ হরিতো হরি হরি হরিতো হরি হরি। হরিতো হরি হরি রাম জয় জয় ॥ ৩৪ ॥ কৃষ্ণ দেব তুমি প্রভু দীন দুঃখহারী। ভকত রঞ্জন ভব ভঞ্জন মুরারি॥৩৫॥ গোপাল গোপীনাথ গোবিন্দ রাম রাম। গোবিন্দ রাম কৃষ্ণ গোবিন্দ রাম ॥ ৩৬ ॥ গোবিন্দ রাম গোবিন্দ রাম। গোপাল গোবিন্দ রাম রাম।৩৭॥ হরি হরি হরি রাম গোবিন্দ। মুরারি মুকুন্দ জয় রাম ॥ ৩৮ ॥ রাম কৃষ্ণ হরি রাম রাম। গোপাল গোবিন্দ জয় রাম ॥ ৩৯ ॥ রাম কৃষ্ণ রাম কৃষ্ণ রাম। অমিয়া মধুরি তুয়ু নাম ॥ ৪০ ॥ রাম কৃষ্ণ রাম কৃষ্ণ জয়। রাম কৃষ্ণ দীন দয়াময় ॥ ৪১ ॥ যাদব মাধব দীন দয়াল। দৈবকীনন্দন রাম গোপাল ॥ ৪২ ॥ রাম রঘুপতি পরমানন্দ। পরমপুরুষ

দীনবন্ধু গোবিন্দ ॥ ৪৩ ॥ মোৰ ইষ্ট দেৱ যাদৱ ৰায়। সেৱা কৰিবাৰ নামে উপায় ॥ ৪৪ ॥ গোবিন্দৰ জয় কৃষ্ণ জগত জীৱন ৰাই ॥ ৪৫ ॥ সহজানন্দ হৰি স্বৰূপানন্দ। হৃদয়ানন্দ হৰি পৰমানন্দ ॥ ৪৬ ॥ গোপাল গোবিন্দ ৰাম মাধৱ। ভকত জনৰ তুমি বান্ধৱ ॥ ৪৭ ॥ গোপাল গোবিন্দ-গৰুড়কেতু। ভকতৰ ধন জীৱনহেতু ॥ ৪৮ ॥ ৰাম নিৰঞ্জন নিৰাময়। জয় জগন্নাথ দয়াময় ॥ ৪৯ ॥ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম। পতিত পাৱন তোমাৰ নাম ॥ ৫০ ॥ হৰিৰাম শ্ৰীৰাম বামন পৰশুৰাম ॥ ৫১ ॥ মুকুন্দ মুৰাৰি দীন-দয়াশীল হৰিৰাম ॥ ৫২ ॥ কমললোচন দুঃখ মোচন মুৰাৰি ৰাম ॥ ৫৩ ॥ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম। ৰাম নাৰায়ণ ৰামকৃষ্ণ ৰাম ॥ ৫৪ ॥ বনমালী গোবিন্দ ৰাম কৃষ্ণ হৰি ॥৫৫॥ জীৱৰ জীৱন ধন মুকুন্দমুৰাৰি নাৰায়ণ ॥ ৫৬ ॥ ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ। ভকত জনৰ দুঃখ ভয়-হাৰী এ হৰি নাৰায়ণ ॥ ৫৭ ॥ নমো নাৰায়ণ নমো নাৰায়ণ। নিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময় নৰোত্তম সম সনাতন ॥ ৫৮ ॥ ৰাম হৃষীকেশ গোবিন্দ হৃষীকেশ ॥৫৯॥ গোবিন্দ ৰাম গোবিন্দ ৰাম কৃষ্ণ গোবিন্দ ৰাম ॥ ৬০ ॥ এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ ॥ ৬১ ॥ হৰি ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম ॥ ৬২ ॥ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম ৰাম ৰাম নাৰায়ণ ॥ ৬৩ ॥ জয় ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ হৰি ॥৬৪॥ ৰামকৃষ্ণ ৰামকৃষ্ণ শিৱ সনাতন তুমিসে গোবিন্দ ভকতৰ নিজধন ॥ ৬৫ ॥ জয় হৰি ৰাম জয় ৰাম, প্ৰথম মঙ্গল মাধৱৰ গুণ নাম

জয় হৰি ৰাম ॥ ৬৬ ॥ কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম। মধু মুৰমথন মুৰাৰি হৰি ৰাম, কৃষ্ণ কৃষ্ণ ৰাম ॥ ৬৭ ॥ ৰাম কমলাপতি তুমি অগতিৰ গতি ভকতি মিনতি স্তুতি নজানোঁ পামৰ মতি ॥ ৬৮ ॥ গোপাল জয় ৰাম। গোবিন্দ জয় ৰাম ॥ ৬৯ ॥ গোপাল গোবিন্দ ৰাম কৃষ্ণ মুকুন্দ ॥ ৭০ ॥ গোবিন্দ গোবিন্দ দৈবকীনন্দন হৰি ৰাম নাৰায়ণ ॥ ৭১ ॥ গোপাল গোবিন্দ মুকুন্দ ৰাম ॥ ৭২ ॥ হৰি ৰাম শ্ৰীৰাম জয় জয় ৰাম ৰাম ॥ ৭৩ ॥ এ ৰাম জয় ৰাম জয় ৰাম জয় ৰাম। ও হৰি ৰাম ৰাম জয় জয় ৰাম ॥ ৭৪ ॥ শিৱ শিৱ শিৱ শিৱ শিৱ। শিৱ সনাতন জগজীৱ ॥ ৭৫ ॥ মাধৱ মাধৱ মাধৱ মধুৰিপু। মুৰাৰিএ হৰি হৰি ৰাম। গোবিন্দ কৃষ্ণ হৰি হৰি ৰাম ॥ ৭৬ ॥ নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময়, মুৰাৰিএ হৰি ৰাম ॥ ৭৭ ॥ প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ ॥ ৬৮ ॥ হে হে পৰম গুৰু হৰি পুৰুষোত্তম হৰি পুৰুষোত্তম। পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম ॥ ৭৯ ॥ ৰাম কৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ জয় নাৰায়ণ ॥ ৮০ ॥ মোৰ প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ। পৰমানন্দ পৰমানন্দ হৰি পৰমানন্দ ॥ ৮১ ॥ ৰামকৃষ্ণ ৰামকৃষ্ণ প্ৰভু দেৱ নাৰায়ণ. নাৰায়ণ। নাৰায়ণ ৰামকৃষ্ণ ৰামকৃষ্ণ প্ৰভু দেৱ ॥ ৮২ ॥ ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম। পতিতপাৱন হৰি গুণে অনুপাম ॥ ৮৩ ॥ গোপাল গোবিন্দ হৰি ৰাম ৰাম ৰাম। ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম ৰাম ॥ ৮৪ ॥ পৰম পুৰুষ শিৱ সনাতন। অনন্ত অচ্যুত নিত্য নিৰঞ্জন ॥ ৮৫ ॥ ৰাম

নিৰঞ্জন ও ৰাম নিৰঞ্জন, নিৰাকাৰ হৰি হে ৰাম ॥ ৮৬ ॥ ৰাম সদাশিৱ ও ৰাম সদাশিৱ, সনাতন প্ৰভুৰে ৰাম ॥ ৮৭ ॥ ৰাম দয়াশীল মোৰ প্ৰভু দয়াশীল দেৱ দীনবন্ধুৰে ৰাম ॥ ৮৮॥ হৰিহৰ পৰমানন্দ প্ৰভু পীতাম্বৰ হৰি পীতাম্বৰ। পীতাম্বৰ পীতাম্বৰ প্ৰভু পীতাম্বৰ ॥ ৮৯ ॥ হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম, হৰি হৰিএ নাৰায়ণ জয় গোবিন্দ ৰাম ॥ ৯০ ॥ পৰমানন্দ জয় পৰমানন্দ হৰি হৰি হৰি হৰি হৰি হৰিএ, হৰি হৰিএ পৰমানন্দ জয় পৰমানন্দ ॥ ৯১ ॥ কমলাকান্ত জয় কমলাকান্ত কমললোচন বনমালী হৰিএ বনমালীএ কমলাকান্ত জয় কমলাকান্ত ॥৯২॥ দামোদৰ প্ৰভু দামোদৰ দৈবকীনন্দন দীনবন্ধু হৰিএ দীনবন্ধু এ দামোদৰ দেৱ দামোদৰ।৯৩॥ জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম হৰি হৰি জগত জীৱন ৰাম। জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম হৰি হৰি জগতজীৱন ৰাম ॥ ৯৪ ॥ জগজীৱন ৰাম জগজীৱন ৰাম জগজীৱন ৰাম। জগতৰ সুমঙ্গল তুয়াগুণ নাম ॥ ৯৫ ॥ মধুসূদন দেৱ মধুসূদন দেৱ। তুমি বিনে অগতিৰ গতি নাহি কেৱ ॥ ৯৬ ॥ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম হৰি হৰি। ৰামতে ৰমোহোঁ অবিৰাম ৰাম ৰাম ॥ ৯৭ ॥ ৰামনাম ধৰ্ম্ম অনুপাম হৰি হৰি। পুৰা ভকতৰ মনকাম ৰাম ৰাম ॥ ৯৮ ॥ কলিযুগে ৰাম নাম সাৰ হৰি হৰি। ৰাম নাম বিনে নাহি আৰ ৰাম ৰাম ॥ ৯৯ ॥ ৰাম বুলি পাৰে ভৱ পাৰ হৰি হৰি। ৰাম নাম জগত উদ্ধাৰ ৰাম ৰাম ॥ ১০০ ॥ ৰাম নাম অমূল্য ৰতন হৰি হৰি। ৰাম নাম বিনে নাহি ধন ৰাম ৰাম ॥১০১॥

ৰাম নামে মুক্তি বিড়ম্বন হৰি হৰি। জপ ৰাম নাম অনু-ক্ষণ ৰাম ৰাম ॥ ১০২ ॥ ৰাম নাম ভকতি সুগম হৰি হৰি। ৰাম নাম পাতকব যম ৰাম ৰাম ॥ ১০৩ ॥ ৰাম নাম ধৰ্ম্মেতে উত্তম হৰি হৰি। নাহি ভক্তি ৰাম নাম সম ৰাম ৰাম ॥১০৪॥ ৰাম নাম ধৰ্ম্ম শিৰোমণি হৰি হৰি। ৰাম নাম পাপৰ অগনি ৰাম ৰাম ॥ ১০৫ ॥ ৰাম নাম মৃত্যু সঞ্জীৱনী হৰি হৰি। ৰাম নাম দুষিয়োক চনি ৰাম ৰাম ॥ ১০৬ ॥ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি। জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি হৰি ৰাম জগন্নাথ জগন্নাথ হৰি ॥ ১০৭ ॥ নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি। নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ॥ ১০৮ ॥ গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল ৰাম। গোপাল গোপাল গোপাল গোপাল গোপাল গোপাল ৰাম ॥ ১০৯ ॥ ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম। ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ॥ ১১০ ॥ গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম. গোবিন্দ ৰাম হৰি। গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম। মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি হৰি হেহে। হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম ॥ ১১১ ॥ ৰাম

কৃষ্ণ হরি রাম কৃষ্ণ হরি রাম কৃষ্ণ হরি, রাম কৃষ্ণ হরি রাম কৃষ্ণ হরি রাম কৃষ্ণ হরি রাম। রাম কৃষ্ণ হরি মুকুন্দ মুরারি মাধব মধুসূদন, হরি হরি যাদব যদুনন্দন ॥ ১১২ ॥ রাম রাম রাম রাম রাম রাম রাম রাম রাম রাম রাম রাম হরি হরি হরি রাম রাম রাম রাম ॥ ১১৩ ॥ হরি হরি হরি হরি হরি হরি হরি হরি হরি হরি হরি হরিএ, প্রাণবন্ধু হরি হরি হরি হরিএ মোরে প্রাণধন হরিএ অনাদি অনন্ত প্রভু ভগবন্ত ভজোঁ চরণত ধরিএ হরি হরি ভজোঁ চরণত ধরিএ পতিত পাবন, প্রভু নারায়ণ, সেবক লৈয়ো উদ্ধারি দীনবন্ধু সেবক লৈয়ো উদ্ধারি গোবিন্দ জয় রাম ॥ ১১৪ ॥ মুরারি মুকুন্দ রাম মুরারি মুকুন্দ রাম মুরারি মুকুন্দ রাম জয়। স্মরণে পাপক্ষয় মিলে মহা মহোদয় দুঃখচয় শুচি শোক ভয় হরি রাম ॥ ১১৫ ॥ রামকৃষ্ণ গোবিন্দ রামকৃষ্ণ গোবিন্দ রামকৃষ্ণ গোবিন্দ হরি বনমালী বাসুদেব পদ্মনাভ জনার্দ্দন মাধব মুকুন্দ মুরারি হরি রাম। ১১৬ ॥ মাধব মধুর মুরুতি মধুসূদন দনুজদমন দুঃখহারী। পীতাম্বরধর শ্যামসুন্দর হরি জয় জয় মুকুন্দ মুরারি হরি রাম ॥ ১১৭ ॥ রাম জয় হরি জয় রামকৃষ্ণ রাম রাম হরি জয় ॥ ১১৮ ॥ রাম কৃষ্ণ যিতো সততে সুমরে তাব আর কাক ভয়। সকলে ধর্ম্মর উপরে বসিয়া রাম নাম প্রকাশয় ॥ ১১৯ ॥ রাম কৃষ্ণ নাম কীর্ত্তন বিনায় কৃত্য শেষ নথাকয়। রাম কৃষ্ণ নাম কীর্ত্তনে কৃষ্ণর কৃপার মন্দির হয় ॥ ১২০ ॥ রাম কৃষ্ণ নাম কীর্ত্তনে প্রভাবে সংসার সুখে তরয় রাম কৃষ্ট নাম কীর্ত্তনে সমস্তে বিঘিনি নাশ

কবয় ॥ ১২১ ॥ বাম কৃষ্ণ নাম বসিক কাণ্ডাৰী গুৰুত্তিকৌ ন পাৰয় । বামকৃষ্ণ নাম পৰম আনন্দ সমুদ্ৰে মজি থাকয় ॥ ১২২ ॥ ৰামকৃষ্ণ নাম কীৰ্ত্তন প্ৰসাদে হৰিব বল্লভ হয় । বামকৃষ্ণ নাম কীৰ্ত্তন কবিয়া হৰিকো বশ্য কবয় ॥ ১২৩ ॥ বাম হৰি জয় বাম হৰি গোপাল গোবিন্দ বাম হৰি জয় ॥ ১২৪ ॥ বাম হৰি জয় বাম বাম হৰি জয় বাম বাম ॥ ১২৫ ॥ এহৰি হৰি বাম জয় বাম হৰি জয় বাম গোবিন্দ ॥ ১২৬ ॥ বামজয় জয় বাম জয় মুকুন্দ মুৰাৰি বাম হৰি জয় ॥ ১২৭ ॥

খেদ ॥ হৰি হৰি হৰি হৰি হৰি হৰি হৰি কি কাম কৰিলোঁ আমি । সাধু সঙ্গ লৈয়া তোমাক ন ভজি ভৈলোঁ কিনো অধোগামী ॥ ১২৮ ॥ নিজদাস হুয়া সেবাক তেজিলোঁ । এহি দোষে ঘোৰ আপদে মজিলোঁ ॥ ১২৯ ॥ তুমি সি সুহৃদ আত্মা প্ৰিয়তম । তোমাক তথাপি ন জানোঁ অধম ॥ ১৩০ ॥ তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ । মই মন্দমতি ভৈলোঁ সেবাচোৰ ॥ ১৩১ ॥ অধমকো তাৰে তোমাৰ ভকতি । তথাপি তোমাক ন ভজোঁ কুমতি ॥ ১৩২ ॥ ইষ্ট দেৱ বুলি তোমাক ন ধৰোঁ । নিকাৰ ভুলিয়া সংসাৰতে মৰোঁ ॥ ১৩৩ ॥ তুমি সে কেৱলে করুণা সাগৰ । তোমাক ন ভজোঁ কি মই পামৰ ॥ ১৩৪ ॥ এবে কৃপাময় দিয়োক শৰণ । মোৰ মৰিষণ তোমাৰ চৰণ ॥ ১৩৫ ॥ ইবাৰ ঈশ্বৰ ন চাড়িবা মোক । মোৰ মন মজি তোমাতে ৰহোক ॥ ১৩৬ ॥ মোৰ প্ৰাণ হৰে জীবন প্ৰাণ হৰে । হৰিবে বাম বাম কৃষ্ট